সাহিত্য অকাদেমি পুৰস্কাৰপ্ৰাপ্ত ওড়িআ কাব্য

# আহ্নিক

জগন্নাথ প্ৰসাদ দাস

অনুবাদ

ইন্দিৰা গোস্বামী



সাহিত্য অকাদেমি

*Ahnika* : Assamese translation by Indira Goswami of the Akademi award winning Oriya poetry-collection of the same title by Jagannath Prasad Das, Sahitya Akademi, New Delhi. 2001. Price : Rs. 60



ISBN : 81-260-1229-3

প্ৰথম প্ৰকাশ ২০০১

সাহিত্য অকাদেমি

ৰবীন্দ্ৰভৱন, ৩৫, ফিৰোজ শাহ ৰোড, নতুন দিল্লী ১১০ ০০১

বিক্ৰয় কেন্দ্ৰ : স্বাতী, মন্দিৰ মাৰ্গ, নতুন দিল্লী ১১০ ০০১

জীৱনতাৰা, ২৩এ/৪৪ একছ্, ডায়মণ্ড হাৰবাৰ ৰোড, কলিকতা ৭০০ ০৫৩

চি আই টি কেম্পাচ, টি টি টি আই পোস্ট, তাৰামণি, চেন্নাই ৬০০ ১১৩

১৭২, মুম্বাই মাৰাঠী গ্ৰন্থ সংগ্ৰহালয় মাৰ্গ, দাদৰ, মুম্বাই ৪০০ ০১৪

চেণ্ট্ৰাল কলেজ কেম্পাচ, ইউনিভাৰ্চিটি লাইব্ৰেৰী বিল্ডিং, ড. আম্বেদকৰ ভীধি,

বাঙ্গালোৰ ৫৬০ ০০১

মূল্য : ৬০ টকা

অক্ষৰ বিন্যাস : প্ৰিন্ট-অ'-গ্ৰাফ, ৯চি, ভবানী দত্ত লেন, কলিকতা ৭০০ ০৭৩

মুদ্ৰক : সেৱা মুদ্ৰণ, ৪৩ কৈলাস বসু ষ্ট্ৰীট, কলিকতা ৭০০ ০০৬

# পাতনি

শ্ৰীজগন্নাথ প্ৰসাদ দাসৰ কবিতাই ইতিমধ্যে ওড়িশাৰ সীমা পাৰ হৈ সৰ্বভাৰতীয় খ্যাতি লাভ কৰিছে। ১৯৩৬ চনত জন্ম গ্ৰহণ কৰা শ্ৰীদাসে শিক্ষা লাভ কৰিছিল উৎকল আৰু এলাহাবাদ বিশ্ববিদ্যালয়ত। ৰাজনীতি শাস্ত্ৰত তেওঁ স্নাতকোত্তৰ ডিগ্ৰী লাভ কৰিছিল। ওড়িশাৰ কলা আৰু ইতিহাসৰ বিষয়ে গৱেষণা কৰি পি. এইচ. ডি. ডিগ্ৰীও লাভ কৰিছিল। ১৯৮৪ চনলৈ তেওঁ ভাৰতীয় প্ৰশাসনিক সেৱাত আছিল। সাহিত্য সেৱাত নিজকে সম্পূৰ্ণৰূপে উৎসৰ্গ কৰিবলৈ তেওঁ স্বইচ্ছাৰে অৱসৰ গ্ৰহণ কৰিছিল।

শ্ৰীদাসে ন'খন কবিতাৰ পুথি লিখিছে। তেওঁৰ কবিতা ইংৰাজী আৰু হিন্দীত অনুবাদ হৈছে। ইংৰাজীত অনুবাদ হোৱা তেওঁৰ কবিতাৰ সংগ্ৰহ First Person, Love is a Season, Time scapes, Silences, ইত্যাদিয়ে ইতিমধ্যে প্ৰভূত জনপ্ৰিয়তা লাভ কৰিছে। তেওঁৰ চুটি গল্পও ইংৰাজীলৈ অনুবাদ হৈছে। এইবোৰৰ ভিতৰত The Forbidden Street, The Spiders' Web বিখ্যাত।

শ্ৰীদাসে নাটকো লিখিছিল। এই নাটকসমূহ বিভিন্ন মঞ্চত মঞ্চস্থও কৰা হৈছিল। তেওঁৰ নাটকো ইংৰাজীলৈ অনুবাদ হৈছিল। 'Before the Sunset', 'The Underdog' আদি তেওঁৰ ইংৰাজীত অনুবাদ হোৱা নাটকে প্ৰশংসা লাভ কৰিছিল।

শ্ৰীজগন্নাথ দাসৰ 'আহ্নিক' কবিতা পুথিখনত সৰ্বমুঠ ত্ৰিশটা কবিতা আছে। ওড়িশাৰ মাটিৰ গোন্ধ তেওঁৰ কবিতাত বিদ্যমান। অসমৰ সৈতে ওড়িশাৰ সম্বন্ধ অতি প্ৰাচীন। মহাপুৰুষ শ্ৰীশঙ্কৰদেৱে (১৪৪৯-১৫৬৮) তেওঁৰ প্ৰখ্যাত পুথি 'কীৰ্ত্তনত' ওড়িশাৰ বৰ্ণনা লিখি থৈ গৈছে। ওড়িশাৰ জগন্নাথ মন্দিৰৰ প্ৰাচীন ঘটনাসমূহ মাদলা পাঁজি নামেৰে জনা যায়।

এই জগন্নাথ মন্দিৰ অসমীয়া লোকৰ অতি পৰিচিত। শ্ৰীশঙ্কৰদেৱৰ প্ৰিয় শিষ্য শ্ৰীমাধৱদেৱৰ নাতি অনিৰুদ্ধ কায়স্থই ৫ম স্কন্ধ ভাগৱতৰ অনুবাদত শ্ৰীশঙ্কৰদেৱৰ বিষয়ে লিখিছে—

"অল্প বয়সতে জগন্নাথ ক্ষেত্ৰে গৈলা।
বহুদিন হৰিৰ সে চৰণ সেৱিলা।
তথাতে পাইলন্ত জ্ঞান ভকতি বিশেষ।
আজ্ঞা পায়া পাসে আসিলন্ত নিজ দেশ।"

.....ওড়িশাৰ প্ৰখ্যাত স্থান ভূৱনেশ্বৰ, পুৰী, কালাহাণ্ডি, বালিয়াপাল আদিক লৈ লিখা জগন্নাথ দাসৰ কবিতাই পাঠকৰ হৃদয় স্পৰ্শ কৰিছে।

ওড়িশাৰ কালাহাণ্ডি এনে এখন জিলা, য'ত মানুহে দুৰ্ভিক্ষৰ সৈতে অহৰহ যুদ্ধ

কৰিব লগীয়া হৈছে। এই কালাহাণ্ডিক লৈয়ো শ্ৰীদাসে কবিতা লিখিছে। এই কবিতাৰ এটি অংশ চাওক —

" য'তেই চোৱা তাতেই কালাহাণ্ডি
বুকুৰ কামি-হাড়ত
চকুৰ কোটৰত
দেহ ঢাকিবলৈ অসমৰ্থ ফটা কাপোৰত
বন্ধকত দিয়া কাচৰ বাচনত
উৰুখা পঁজাৰ চালত
সম্পত্তি ৰূপে থকা দুটা মাটিৰ হাড়ীত
কালাহাণ্ডি সকলোতে আছে।"

বালিয়াপাল ওড়িশাৰ এক শস্য-শ্যামলা ভূমি। এই ভূমিক উচ্ছন্ন কৰি চৰকাৰে 'ক্ষেপণাস্ত্ৰ' পৰীক্ষাৰ গৱেষণাগাৰ স্থাপন কৰিবলৈ সাজু হৈছে। শস্য-শ্যামলা এই উৰ্বৰ ভূমিৰ কৃষক সকলে চৰকাৰৰ এই পৰিকল্পনাৰ বিৰুদ্ধে শান্তিপূৰ্ণভাৱে প্ৰতিবাদ জনাই ৰাজ আলিত থিয় হৈছে। কবিয়ে লিখিছে—

"ইয়াত ধানৰ কঠীয়া উঘালি
তুমি বন্দুক ৰুব পাৰিবা
সাৰৰ সলনি বাৰুদ ছটিয়াব পাৰিবা
পানীৰ সলনি তেজ সিঁচিব পাৰিবা
কিন্তু বালিয়াপালৰ মাটিত
ক্ষেপণাস্ত্ৰ নহয়, ওপজিব ধান।"

জগন্নাথ দাসে কটক চহৰক লৈয়ো কবিতা ৰচনা কৰিছে। ওড়িশাৰ নাবিক সকলে প্ৰাচীন কালত বালিদ্বীপৰ সৈতে বেহা-বেপাৰ কৰিছিল। এই বাণিজ্যৰ কথা স্মৰণ কৰি কটক চহৰত বৰ ধুমধামকৈ 'বালিযাত্ৰা উৎসৱ' পালন কৰা হয়। মহানদী ওড়িশাৰ এটাইতকৈ ডাঙৰ নদী। কাঠজোড়ি নদী মহানদীৰ যি অংশৰ পৰা শাখা নদী হৈ ফালৰি কাটি গৈছে, সেই ঠাইতে কটক চহৰ অৱস্থিত।

কবিয়ে লিখিছে—

"দুই নদীৰ আলিঙ্গনত
চহৰ নিৰ্বিকাৰ
এই সংসাৰ একেই থাকে
মাথোঁ সলনি হয় বুৰঞ্জীৰ।"

অসমৰ ষষ্ঠদশ শতিকাৰ কবি ৰামসৰস্বতীয়ে অনুবাদ কৰা মহাভাৰতৰ বিভিন্ন পৰ্বত এনে কিছুমান কাহিনী পোৱা যায়, যিবোৰ ব্যাসৰ মহাভাৰতত পোৱা নেযায়; ঠিক একেদৰেই পঞ্চদশ শতিকাত সাৰলা দাসৰ ওড়িআ মহাভাৰততো এনে কিছুমান

কাহিনী আছে, যিবোৰ ব্যাসদেৱৰ মহাভাৰতত পোৱা নেযায়। সাৰলা দাসৰ এটি কাহিনী হৈছে 'নবগুঞ্জৰ'ৰ কাহিনী। পাণ্ডৱ সকলে অজ্ঞাতবাসত থকাৰ সময়ত শ্ৰীকৃষ্ণই 'নবগুঞ্জৰ' নামৰ এটি বিচিত্ৰ প্ৰাণীৰ ৰূপ ধাৰণ কৰি অৰ্জুনৰ সম্মুখত উপস্থিত হৈছিল। নবগুঞ্জৰ এনে এক প্ৰাণী, যাৰ দেহত আঠটা বেলেগ বেলেগ প্ৰাণী আৰু চৰাইৰ দেহৰ অঙ্গ বিদ্যমান। এই বিচিত্ৰ প্ৰাণীটিয়ে ওড়িশাৰ কবি সাহিত্যিকসকলক সদায়ে প্ৰেৰণা দি আহিছে। জগন্নাথ দাসেও এই পুথিত 'নবগুঞ্জৰ' নামৰ এটি কবিতা সন্নিবেশ কৰিছে।

দেশসেৱক গোপবন্ধু দাস ওড়িশাৰ এক মহান পুত্ৰ। ওড়িশাৰ স্বাধীনতাসংগ্ৰামী-সকলৰ মাজত তেওঁ ধ্ৰুৱতৰাস্বৰূপ। অনেকবাৰ তেওঁ কাৰাগাৰলৈ যাব লগা হৈছিল। দুৰ্ভিক্ষ পীড়িত সকলৰ মাজলৈ গৈ তেওঁ নিস্বাৰ্থ সেৱা কৰিছিল। কবি জগন্নাথ দাসে তেওঁক লৈ লিখা কবিতাটি হৃদয়স্পৰ্শী।

এই দৰে অকলে থিয় হৈ
কি কৰিবা আৰু গোপবন্ধু;
এইবাৰ বেদীৰ পৰা
নামি আহাঁ বন্ধু
এই দেশৰ মাটিৰ সৈতে
মিলি যাওক তোমাৰ দেহ,
তোমাৰ অস্থিৰ সাঁকোৰে
পাৰ হৈ যাওক দেশবাসী
তোমাৰ আদৰ্শৰ স্বৰাজৰ পিনে আগুৱাই।

এই কবিতাৰ পুথিখন অনুবাদ কৰা মোৰ বাবে বৰ সহজ কথা নাছিল। শ্ৰীদাসৰ মূল কিতাপৰ বাহিৰেও শ্ৰীৰাজেন্দ্ৰপ্ৰসাদ মিশ্ৰই কৰা হিন্দী অনুবাদ, শ্ৰীমতী মঞ্জুলা চক্ৰবৰ্তীয়ে কৰা বঙালী অনুবাদ, শ্ৰীহৃষিকেশ পাণ্ডাই কৰা ইংৰাজী অনুবাদৰো সহায় লোৱা হৈছিল।

মোৰ দৃঢ় বিশ্বাস, অসমীয়া পাঠকে এই গৰাকী সংবেদনশীল কবিৰ কবিতাক নিশ্চয় হৃদয়েৰে গ্ৰহণ কৰিব পাৰিব।

অনুবাদিকা

# সূচী

## সম্ৰাট

ইতিহাসৰ এই সন্ধিক্ষণত
বাটৰ কাষত থিয় হোৱা
অশান্ত জনতাৰ সময়ে
তোমাক গ্ৰাস কৰি
পেলোৱাৰ আগেয়ে,
সম্ৰাট তুমি তোমাৰ ৰাজপ্ৰাসাদ
পৰিক্ৰমা কৰি লোৱাঁ।

এবাৰ মনত পেলোৱা সম্ৰাট
কেতিয়া হৈছিল তোমাৰ অভিষেক
কিমান দিন আছিল শাসনকাল তোমাৰ
কত হত্যা আৰু লুণ্ঠন
কত তেজৰ ছিটিকনিৰ ভিতৰেদি
ৰাজতিলকৰ পৰা অপমৃত্যু
সিংহাসন আৰু অন্তঃপুৰৰ দূৰত্বত?

কি আৰু চাবা ইয়াত
তোমাৰ ভঁড়াল শূন্য
তুমি তোমাৰ ৰাজকোষ
নিজেই লুটি নিলা
তোমাৰ ৰম্য কানন
জ্বলি ছাই হৈ গ'ল
সেই কুমাৰী সকলৰ দীৰ্ঘশ্বাসত
নিজৰ নপুংসকতাক ঢাকিবলৈ
কৰাৰ চেষ্টাত,
সেই সকলক তুমি বলেৰে
অপহৰণ কৰিছিলা সম্ৰাট!
সজাৰ ভিতৰত তোমাৰ প্ৰিয় পক্ষীৰ
শ'ও আছে
যাৰ মৃত্যু হৈছিল তোমাৰ হাতৰ
শীতল স্পৰ্শত।

তোমাৰ অস্ত্ৰাগাৰৰ যাঠিবোৰলৈ
চকু দিয়া .......
মনত আছে নে তোমাৰ?
এইবোৰ এদিন অৰণ্যৰ বৃক্ষহে
আছিল।
মজিয়াত সিঁচৰতি হৈ পৰি থকা
ছহিদৰ চূৰ্ণ হোৱা
হাড়ৰ টুকুৰাৰ দৰে সৌবোৰ
পাশাৰ মোহৰ
চিমনিৰ ওপৰৰ চেল্‌ফত
সজাই থোৱা লাও খোলাটি?
হাঁহি আছে? এৰা হাঁহি আছে।
তেওঁ তোমাৰ বিদূষক আছিল,
যাৰ শিৰচ্ছেদ কৰিবলৈ
তুমিয়েই দিছিলা আদেশ।

এতিয়া যোৱা তুমি
দৰবাৰৰ পৰা অন্তেষপুৰলৈ
অস্ত্ৰৰ অৰণ্যৰ মাজেৰে
ছহিদৰ তেজৰ ডোঙা অতিক্ৰম কৰি
ৰাজমুকুট আৰু জয়মালাৰ
ভস্মেৰে ধূসৰিত পথেৰে
পতাকা আৰু ৰণভেৰীৰ
ধ্বংসাৱশেষ অতিক্ৰম কৰি?

ৰাজ জ্যোতিষীৰ গণনাৰ ভ্ৰান্তিয়ে
তোমাৰ দিগ্বিজয়ৰ আশাক
ধূলিসাৎ কৰি পেলালে,
তোমাৰ অশ্বমেধৰ ঘোঁৰা
কৰ্ফালি খাই পৰি মৰিল
তোমাৰ সাম্ৰাজ্যৰ বিবাদগ্ৰস্ত
সীমাত।
তুমি অবৈধ আৰু জাৰজক
হত্যা কৰি
সিংহাসনত বহিছিলা

কিন্তু আজি তোমাৰ
বংশৰ আৰু কোনো
চিহ্ন বাকী নেথাকিল।
কাৰণ তোমাৰ অঙ্গৰক্ষকৰ পৰা
জন্ম লাভ কৰা
তোমাৰ একমাত্ৰ উত্তৰাধিকাৰীক
তুমি নিজেই হত্যা
কৰোৱাইছিলা।

তোমাৰ উচ্ছিষ্টেৰে পালিত
জীৱনীকাৰ পক্ষাঘাতত
আক্ৰান্ত হ'ল।
তোমাৰ মন্ত্ৰী আৰু পাৰিষদে
তোমাক এৰি থৈ
নতুন সাম্ৰাজ্যবাদীহঁতৰ
উপনিবেশৰ সন্ধানত
আঁতৰি গ'ল।

তোমাৰ সৈন্যদলে আশ্ৰয় ল'লে
যুদ্ধ পিপাসুহঁতৰ অস্ত্ৰাগাৰত।
তোমাৰ পাটমাদৈয়ে এতিয়া
কুষ্ঠৰোগীৰ বস্তিত
বেশ্যাৰ কামত মগ্ন হ'ল।
পিছলৈ উভতি চোৱাৰ
আৰু কি প্ৰয়োজন?
এতিয়া আঁতৰি যোৱা
তুমি আৰু তোমাৰ সাম্ৰাজ্য চলচ্চিত্ৰৰ পৰা
বিস্মৃত হোৱাৰ পূৰ্বে;
ৰাণী মহলৰ গুপ্ত দুৱাৰেদি
তুমি উভতি যোৱা ইতিহাসৰ
অন্ধ গলিৰে
মামৰে ধৰা মুকুট
দুৱৰী সকলৰ ভিক্ষাৰ পাত্ৰত থৈ।

# মহাভাৰত

চিৰ জীৱন কোনেও
ছদ্মবেশেৰে থাকিব নোৱাৰে।
নিজৰ কৰ্মভূমিলৈ
সকলোৱে এদিন উভতি আহিব
লাগিব।

দোধোৰ-মোধোৰত থকা
এতিয়া আৰু সম্ভৱ নহয়,
কাৰণ যুদ্ধ অনিবাৰ্য
সকলোৱে এতিয়া কাৰোবাৰ নহয়
কাৰোবাৰ পক্ষ ল'বই লাগিব।

ইয়াত জীৱনৰ মহাকাব্যত
সকলো কাহিনী লিপিবদ্ধ হৈ আছে
সাম্ৰাজ্য আৰু ক্ষমতাৰ বাবে
নিৰ্বাচনৰ কপট খেলা,
ভূমিহীনৰ বাবে ভূমি-শুধাৰ অভিযান
অধিনিয়ম,
বেজিৰ বিন্ধাৰ সমান মেদিনী,
হৰিজন বস্তিৰ লাক্ষাগৃহ
খেতি আৰু কাৰখানাৰ ৰণক্ষেত্ৰ
অভাৱ আৰু দৰিদ্ৰতাৰ ব্যূহ;
বিপক্ষৰ অব্যৰ্থ ব্ৰহ্মাস্ত্ৰ
আৰু নিম্ন বৰ্গৰ
বিবস্ত্ৰ অসহায়তা
কূটনীতিৰ বিচাৰ-বিমৰ্ষত
কোনো নৈতিকতা নাই।
বৃদ্ধই ভিক্ষা কৰি লয়
যৌৱনৰ উত্তৰাধিকাৰ
মান-সম্মান সমৰ্পিত হৈ যায়
অনুচিত প্ৰতিশ্ৰুতি সমূহ

ফলবতী কৰাত।
বলাৎকাৰ হয় সভাগৃহত
অন্ধ হৈ পৰে সাক্ষী
বিভাজিত হৈ যায় সতীত্ব।
ইয়াত কামান্ধতা সকলোৱে
স্বীকাৰ কৰে।
নাৰী এক গৰ্ভাশয় মাত্ৰ।
ধৰ্ষণ আৰু অপহৰণ
ইয়াত সদায়ে ঘটি থকা ঘটনা
পৰাক্ৰমেই অধিকাৰ।
প্ৰতিদিনেই ধৰ্মক্ষেত্ৰত
চাইৰেনৰ শঙ্খধ্বনি বাজে,
এই ধ্বনিয়ে যুদ্ধ আৰম্ভ হোৱাৰ
সঙ্কেত দিয়ে
সূৰ্যাস্ত ইয়াৰ সমাপ্তি নহয়
ই আকৌ ৰণসজ্জাৰ আৰম্ভ মাথোঁ,
এই ৰণৰ কোনো নীতি-নিয়ম নাই
ইয়াত পৰাজিত হোৱাহে অধৰ্ম।

# ক্ৰান্তি আহি আছে

গণকে গ্ৰহ নক্ষত্ৰ চাই
সময় নিৰ্ধাৰিত কৰি দিছে
গুৰুজনাৰ আশীৰ্বাদো লাভ কৰা হৈছে
ক্ৰান্তি নিশ্চয় আহিব।
বিধান সভাত
এই প্ৰস্তাৱ
সৰ্বসম্মতিৰে গ্ৰহণ কৰা হৈছে
অনুমতি-পত্ৰও পোৱা হৈছে
চৰকাৰী কাগজত
জাননী প্ৰকাশ হৈছে চোৰাঁ
ক্ৰান্তি আহিছে
ক্ৰান্তি আহিছে।

ন্যায়াধীশ সকলে টনা
কলমৰ এটা আঁচোৰে
দৰিদ্ৰতাক নিৰ্বাসন কৰি দিলে।
অধ্যাদেশৰ বলত
দেশৰ উৎপাদন
তিনিগুণে বৃদ্ধি কৰা হ'ব।
নদী আৰু নিজৰাত
গাখীৰ আৰু মৌৰ বান আহিব।
'অন্ত্যোদয়ৰ' পৰিভাষা সলনি হ'ব।
সকলো মানুহ সমান হৈ যাব,
ক্ৰান্তি আহিছে, ক্ৰান্তি আহিছে।
এতিয়া আৰু পলম নহয়
চোৰাঁ চোৰাঁ ক্ৰান্তি আহিছে
ইস্ কেনে অদ্ভুত আড়ম্বৰ
জাল ভোটৰ কাগজৰ স্তূপত
নিৰ্বাচন জয়ৰ জ্বলন্ত যাত্ৰা লৈয়ো
আহিছে ক্ৰান্তি

হৰিজন বস্তিত জুই জ্বলাই
শোভাযাত্ৰাৰ ফোপোলা শ্লোগান লৈ
আহিছে ক্ৰান্তি
বুদ্ধিজীৱীৰ সন্মিলনৰ
বহুমত প্ৰস্তাৱ লৈও
আহিছে ক্ৰান্তি
ক'লা ধনৰ ঝঙ্কাৰ লৈ
স্বপ্ন আৰু স্বপ্নৰ নিচা লৈও
ক্ৰান্তি আহিছে
দালালহঁতৰ নীলামৰ ডাক লৈও
আহিছে ক্ৰান্তি
ভাৰাৰ খবৰ কাগজৰ
হালধীয়া শিৰোনামা লৈও
আহিছে ক্ৰান্তি।
ক্ৰান্তিৰ বাবে
বাট-পথ তোৰণ আৰু
ফুলেৰে সজোৱা হৈছে;
শঙ্খ আৰু পূজাৰ উপচাৰ লৈ
নগৰৰ নাৰীয়ে অপেক্ষা কৰি আছে।
স্বপ্নাদেশ অনুসৰি
কাৰ্ল মাৰ্কসৰ বাবে
নতুন মন্দিৰ তৈয়াৰ কৰা হ'ল।
পূজাৰীও নিযুক্ত হ'ল
এতিয়া ফুল চন্দন আৰু
কৰ্পূৰৰ মালা লৈ
সাজু হোৱাঁ,
ক্ৰান্তিক কোনেও বাধা দিব নোৱাৰে,
ক্ৰান্তি আহিছে।
ক্ৰান্তি আহিছে।

# দেৱীৰ আগমন

এইবাৰ যেতিয়া তেওঁ আহিল,
কোনো তিথি নক্ষত্ৰৰ হিচাপ
কৰা হোৱা নাছিল,
নাছিল কোনো শুভ মুহূৰ্তৰ গণনা।

সাজ-সজ্জাৰ বাবে প্ৰতীক্ষা নকৰি
পত্ৰ-পুষ্প পূজা মণ্ডপ
সোণালী কাগজ নিঅ'ন লাইট
আৰু ঘন্টাৰ ধ্বনিক পৰোৱাই নকৰি
প্ৰস্তুত নোহোৱাকৈয়ে
যেন তেওঁ আহিল
হাতত খড়্গ আৰু নৰমুণ্ড
মানুহৰ মূৰৰ মালা
মাংসপিণ্ড
ৰক্তপাত্ৰ
বাহিৰ হৈ অহা জিভা ত্ৰিশূল আৰু নাগ
বজ্ৰ মুষল, অঙ্কুশ আৰু ফাঁস
চকুত সংসাৰ নিশ্বাসত ধ্বংস
বিনাশ কৰাৰ একমাত্ৰ হেপাহ লৈ;

ভূগোল তচ-নচ হৈ পৰিল;
ছিন্ন-ভিন্ন হৈ পৰিল মানচিত্ৰ,
মাটি আৰু পানী হৈ পৰিল
একাকাৰ,
ঘূৰ্ণি বতাহৰ অন্ধকাৰ চকুত
স্থিতি সত্তা ভূপৃষ্ঠ বালি
সকলো হেৰাই গ'ল।

তেওঁ নিজকে স্থাপন কৰি ল'লে
সুদূৰ প্ৰসাৰী জলৰাশিৰ বুকুত
হাহাকাৰৰ স্তৱ
দীৰ্ঘনিশ্বাসৰ আৰতি ঘণ্টা
আৰু আৰ্তনাদৰ অঘোৰ মন্ত্ৰত।

# ভুবনেশ্বৰ

নাই কোনো আবেগ
নাই কোনো উদ্বেগ
ইতিহাসৰ অন্তৰালৰ পৰা
সূৰ্য উদয় হয়
উত্তেজনাহীন বিমান বন্দৰৰ
পিছ ফালে।

শিয়ালে হোৱা দিয়ে
ৰাজধানীত ৰাতি পুৱায়,
চাইকেলৰ ঘণ্টা আৰু
মাছৰ দোকানৰ ভিৰত
মন্দিৰৰ ঘণ্টা আৰু আৰতিৰ ধ্বনিত
অফিছবোৰৰ লোহাৰ গেট
খোল খায়।

কংক্ৰীটৰ ৰাজপথে
বিচ্ছিন্ন কৰে
নতুন আৰু পুৰণিৰ সম্বন্ধ
টেলিফোনৰ তাঁৰে কাটি পেলায়
যক্ষ আৰু শাল ভঞ্জিকাৰ
কথোপকথন
নিঅ'ন লাইটৰ পোহৰে
মচি পেলাই পাষাণৰ
বুকুৰ অন্ধকাৰাচ্ছন্ন আশ্চৰ্য
কাগজৰ শিৰোনামাই
অৰ্থহীন কৰি তোলে
কিংবদন্তিৰ করুণ ৰহস্য!

পহিলা তাৰিখৰ বিষয়বোৰ
অতি শীঘ্ৰে উদযাপিত হৈ যায়।
ৰজা মহাৰজাৰ বংশাৱলীৰ

সৈতে যুক্ত হৈ যায়,
মন্ত্ৰী মণ্ডলৰো বিৱৰণ.
কলিঙ্গ যুদ্ধ ক্ষেত্ৰৰ পৰা
নামি আহে দল সলাই অহা
সৈনিক সকল, আৰু
নিৰ্ণয়ৰ অজ্ঞান দিনত
তেওঁলোকে গৈ আশ্ৰয় লয়
সংগ্ৰহালয়ৰ
জাবৰৰ দ'মত।

বোলছবিৰ প'ষ্টাৰৰ তলত
গৰুৱে শুই পাগুলি পাগুলি ৰোমন্থন কৰে,
পাণ দোকানৰ সম্মুখত
দেশৰ ভৱিষ্যতে থিয় হৈ
ট ট কৈ চাই থাকে
শিল্পাঞ্চল সমূহলৈ
অশোক আৰু খাৰাভৈলাক
সকলোৱে এতিয়া পাহৰি গ'ল
ৰোজগাৰৰ কাৰ্যালয়ৰ ভিৰ পাৰ হৈ
গাড়ী গৈ ৰখে
হোটেলৰ পৰ্টিকত।

ৰিক্সাৰ চকাই জোখ-মাখ কৰে
সামাজিক চেতনাৰ আৰোহ আৰু
অৱৰোহক,
ঐতিহাসিক গুহাৰ কঙ্কালৰ পৰা
বাহিৰ হৈ আহে ভিখাৰীৰ দল
পুৰাতত্ত্বৰ ধ্বংসস্তূপৰ ওপৰত
বেঙ্কৰ নক্সা অঁকা হয়।
বিদেশী পৰ্যটকৰ কেমেৰাত
বন্দী হৈ পৰে অশোকাষ্টমী
আৰু শিৱৰাত্ৰিৰ মৰ্ম
ফাইলৰ ওপৰত ধূলি জমা হয়;

মন্দিৰৰ চূড়াই কোনো কাৰণ
নোহোৱাকৈ আকাশলৈ চাই থাকে
আবেলি উৰাজাহাজে গৰ্জন কৰি
উৰি যায়।
প্ৰাচীৰত লেখা শ্লোগানে
বিদ্ৰোহ কৰি থাকে।
অফিছৰ পৰা ওলাই অহা ভাগৰুৱা
জনগণে তলমূৰ কৰি
নীৰৱে নিমাতে আগুৱাই যায়।

# খালিঘৰ

মই আকৌ উভতি আহিছোঁ
মোৰ আত্মাদশুৰ পৰীক্ষাশালালৈ
মোৰ সমস্ত আচৰণক
অকলশৰে বিশ্লেষণ কৰিবলৈ
মই এনে এক নিৰ্জনতা বিচাৰিছিলোঁ
য'ৰ ওচৰে-পাঁজৰে
কোনো নেথাকে।
চাৰিওফালে এনে এক চুপচাপ
দুগৰাকী মানুহৰ নিঃশব্দতাত
ঠাণ্ডা হোৱা চাহৰ পিয়লাৰ দৰে;

কিন্তু তেনে এক একান্ত ক'ত?
অভিশপ্ত নাবিকৰ বাবে
সমুদ্ৰ যাত্ৰাৰ যে অন্ত নাই
এটা কোঠাৰ পৰা
আন এটা কোঠালৈ
ক'তো যে আশ্ৰয়ৰ দ্বীপ নাই
আকাশত যদিও অন্ধকাৰ
তৰাও অস্তমিত
তথাপি অনেক সম্ভাৱনাৰ
উষ্ণা আছে
পৰিত্যক্ত শয্যাৰ ওপৰত
স্পৰ্শ কৰোঁতেই
চব অদৃশ্য হৈ গ'ল
চকুৰ সন্মুখৰ পৰা
সকলো নোহোৱা হ'ল
আকাশত যদিও অন্ধকাৰ
তৰাও অস্ত গ'ল
তথাপি অনেক সম্ভাৱনাৰ
উষ্ণা আছে
পৰিত্যক্ত শয্যাৰ ওপৰত
দুবৈত নিশ্চিহ্ন হৈ যোৱা

পোহৰৰ মালাৰ দৰে
বিন্দুৰ সৌ সমান্তৰাল ৰেখা,
ক্ষিতিজত লুকাই থকা
উপনগৰৰ দৰে
কিন্তু দূৰলৈ যোৱাৰ সময়ত
উভতি চালে সকলো দৃশ্যই
আকৌ সজাগ কৰে কৌতূহলী
নয়নক।
ধৰফৰাই থকা সমাধানে
আঙুলি দেখুৱাই দিয়ে
প্ৰশ্নৰ পিনে।

ইয়াত ক'তো খালি ঠাই নাই,
কোঠাৰ ভিতৰত মৰুভূমি,
ছাতত মকৰাই জাল গুঠি আছে।
খিৰিকীৰ বাহিৰত পৰি আছে
ছন পৰা ময়দান,
ঘৰ ভাগি ধ্বংস স্তূপলৈ
পৰিণত হৈছে।
মোৰ দেহৰ অস্থি আৰু কঙ্কাল
খালি চকীত উবুৰি হৈ পৰি আছে।
এতিয়া ঘৰত পয়োভৰ
তুমি উভতি অহাৰ আশ্বাসত,
দেৱালত ওলমাই থোৱা আছে
তোমাৰ প্ৰতিশ্ৰুতিৰ ভঙ্গুৰতা,
মোৰ ইচ্ছা শক্তিত ওতঃপ্ৰোত
হৈ আছে,
তোমাক ওভতাই অনাৰ
অসহায়তা,
ইয়াত ৰিক্ততা স্বয়ংসম্পূৰ্ণ
আৰু মোৰ নিসঙ্গতাক
মুখৰ কৰি ৰাখে
মোৰ বাৰে বাৰে উভতি অহাৰ
অৰ্থহীন বাধাবাধকতাত।

# খটখটি

এই সামান্য দূৰত্বৰ মাজত
কোনো যাত্ৰাৰ শুভাৰম্ভ
নাইবা উপস্থিতি নাই।
মাথোঁ লক্ষ্য স্থলৰ কিংবদন্তিত
ক্ষয় যোৱা শিলাময় ভূমি
এখোজ দুখোজ
এয়া অস্থিৰ খোজে
সূচনা দিছে গমনৰ পৰা আগমন
প্ৰস্থানৰ পৰা মহা প্ৰস্থান
অৱশতাৰ পৰা স্বৰ্গদ্বাৰ
আৰু খোজৰ উশৃংখলতাৰ পৰা
চৰম বিন্দুৰ সংযমলৈ,

আৱিষ্কাৰৰ হা-হুমুনিয়াহত
হালধীয়া হৈ যায়
মানচিত্ৰৰ আস্তিকতা,
বিশ্বাসৰ ছঁয়ামৰাত, পথ হেৰুৱাই
কৃতসংকল্প তীৰ্থযাত্ৰী
অনুতাপে স্নান কৰে
উপস্থিত হোৱাৰ উৎসাহক
এয়া কেনে স্বৰ্গ
য'ত কোনো পৰিৱৰ্তন নাই
ঋতু সদায়ে বসন্ত
গছৰ দোঁ খাই পৰা ডালৰ পৰা
ফল তললৈ সৰি নপৰে

খটখটি গণি
জানো লাভ আছে
বাইশেই হওক নাইবা বত্ৰিশ
স্বৰ্গই হওক নাইবা হওক নাগলোক
শিলাময় ভূমিৰ শেষ পাথৰটি
আঁতৰি যোৱাই হওক

নাইবা উপস্থিত হোৱাৰেই হওক
নাইবা খোলা ছাত
ৰাস্তা যাওক
অন্ধকূপ নাইবা ধ্রুবতৰাৰ পিনে,
জীৱনৰ স্থবিৰতা
নাইবা কুমাৰী মৃত্যুলৈ

ওপৰৰ পৰা তললৈ
তলৰ পৰা ওপৰলৈ
যাত্রাৰ ক্ষয় বৃদ্ধি হৈয়ে থাকে,
সূর্যলৈ চাই থাকোঁতেই ৰাতি কাটে
ভৰি আগ বাঢ়ে
অহা যোৱা চলি থাকে
অনেক যাত্রাৰ পুনৰাবৃত্তি
ইফালে সিফালে অনেক পদচিহ্ন
সকলোতে দৃষ্টি খটখটিৰ
যি সমান নহয়
সমতলো নহয়
তল আৰু ওপৰ
দুয়োপিনে উপস্থিত হ'ব নোৱৰাৰ অতল
পাষাণ হৈ যোৱা আকাঙ্ক্ষা
আৰু অপ্রাপ্তিৰ অনন্ত বৃত্ত।

# পুৰী

ইয়াত সকলো কথা কিংবদন্তিৰ
ওপৰত আশ্ৰিত।
বালিৰ তলত পোত যায়
ত্ৰেতা আৰু দ্বাপৰ যুগ
মাদলা পাঁজিৰ পৃষ্ঠা
জৰাজীৰ্ণ হৈ পৰে,
বুৰঞ্জীৰ সকলো পাত্ৰই যেন
ক'লা ঘোঁৰাৰ ওপৰত উঠি
লোক-কথাৰ বুকুলৈ ঢাপলি মেলে।

খটখটিবোৰ চব পুৰণা যুগৰ পিনে...
চিন্তা শ্বাসৰুদ্ধ হৈ পৰে
গলিৰ সঙ্কীৰ্ণতাত।
প্ৰাচীৰত আঁৰি থোৱা ছবিত
বসন্তই জকমকাই আছে,
ৰ'দত গলি যায় 'ভজনৰ' খণ্ডহৰ
তপত বালিত তিৰবিৰাই থাকে
ভিখাৰীৰ জোলোঙাৰ
নকল মুদ্ৰা সমূহ।

ৰথৰ চকাই ছিন্ন-ভিন্ন কৰি তোলে
লোকাৰণ্যৰ নিৰ্জনতা
চব একাকাৰ হৈ যায়,
দৰ্শক দৃশ্য আৰু দৰ্শন
সংস্কাৰৰ অদৃশ্য হাতে
নিষ্ঠাৰ ক'লা বস্ত্ৰৰ পটি বান্ধি
দিয়ে।
ন্যায্যতা আৰু তৰ্কপটুৰ
দৃষ্টিত;
প্ৰাৰ্থনাৰ জীৱন্ত স্বৰ
মূৰ্তিৰ বুকুত ধূলি হৈ জমা হয়
অন্ধই মূৰ দোঁৱাই থিয় হৈ ৰয়
অৰুণস্তম্ভৰ ছায়াত।

ভোগমণ্ডপৰ ওপৰেৰে
বাদুলিয়ে পাখিৰে ধপ্ ধপ্
আৱাজ কৰি উৰি যায়
ভক্ত সকলে পথ ভুল কৰি
আগুৱাই যায় ভিতৰৰ চোতাললৈ,
মূৰ্তিবোৰে অন্ধকাৰৰ বুকুৰে
ট টকৈ চাই থাকে,
এই জনম ব্যতীত হয়,
পূৰ্ব জনম আৰু পৰ জন্মৰ
চিন্তাত।
ৰূপ আৰু অৰূপৰ দ্বন্দ্বৰ
বুজা-পৰা হৈ যায়
মুক্তি মণ্ডপৰ অন্ধকাৰ মঞ্চত
আছে এক নিজস্ব পূৰ্ণতা
কবন্ধৰ পাষাণ হৈ পৰা
নৃত্যভঙ্গিমাত
আৰু দুটা ঘূৰণীয়া নয়নৰ
স্বয়ংসম্পূৰ্ণ কায়াত
মুখ্য মাৰ্গৰ পৰা ছায়া খহি পৰে
স্বৰ্গদ্বাৰৰ[১] পিনে।

অন্ধকাৰ নামি আহে
ঝাউগছৰ গভীৰ হুমুনিয়াহত
প্ৰলয় পয়োধিত দাৰু ভাঁহি যায়
ঊৰ্মিমালাৰ মৃদু আঘাতত
সমুদ্ৰই শুনাই যায়
সন্ধ্যাৰ স্থবিৰ তটভূমিত
অন্তিম সত্যৰ সিদ্ধান্ত সমূহ।

---

১ পুৰীৰ শ্মশান ঘাট

# কাৰফিউ

দুয়োপিনে শাৰী শাৰী ঘৰ
কবৰখানাৰ সমাধিৰ
পাষাণৰ দৰে
আলোক স্তম্ভবোৰে সতৰ্ক হৈ থাকে
সঙ্গীন লৈ থকা সৈনিকৰ দৰে,
চাইৰেনে নিষেধাজ্ঞা শুনাই যায়
নিস্তব্ধ চহৰৰ বুকুত
শুনা যায় বুট জোতাৰ আৱাজ।

দুৱাৰ খিৰিকী চব বন্ধ
বতাহ একেবাৰেই নিৰুদ্যম
আকাশৰ সীমান্তত মচ খাই যায় ৰং
আতঙ্কই ছাটি ধৰে মধ্যাহ্নক
আতঙ্কৰ চেপা আৱাজে
দুপৰকো কৰে আচ্ছন্ন।
এটা দুটাকৈ ঘটনাবিহীন দিন
বাঢ়ি যায়
কাগজৰ উদং পৃষ্ঠাত
ৰাস্তাৰ তেজ শুকাই যায়
বাৰুদৰ গোন্ধ বতাহে মচি থৈ যায়
চিলাই আকাশৰ সুৰক্ষিত দূৰৈৰ পৰা
ঘূৰা ফিৰা কৰি থাকে।
শ্মশানৰ গলিত
ছাই আৰু অস্থি পুঞ্জৰ
জাবৰৰ দ'মত
বাটৰ কুকুৰে
চহৰ খনকে যেন
দখল কৰি ৰাখে।

## নৱগুঞ্জৰ[১]

যি সকলো ৰূপৰ উৰ্দ্ধত
তেওঁৰ দেহত চিত্ৰকৰে
লগাই দিয়ে এয়া কাৰ মুখ
কাৰ দেহ
আৰু কি এই অশৰীৰী ৰহস্য
তুলিকাৰে আহি
উপস্থিত হয়
বনৰীয়া নক্সাৰ দৰে,

পৰীক্ষাৰ অন্ত নাই
সাধনাৰ পৰা উঠি আহি
ঘূৰ্ম্মুটিয়াই ফুৰিব লাগিব
কপট বেশৰ বুকুৰ পৰা
আগন্তুকৰ যথাৰ্থ বাস্তৱ
ক্ৰমাগত পৰীক্ষাৰ সফলতাত
ত্যাগ কৰিব লাগিব।

এক নতুন অজ্ঞাতবাসৰ দণ্ড
সব্যসাচীয়ে চাই থাকে
প্ৰায়শ্চিত্তৰ সংযত সাধনাত
শাপমুক্তিৰ শেষ অধ্যায়ত
নিৰ্বাসনৰ দিনবোৰত
ছদ্মবেশ আৱিষ্কাৰ নোহোৱাকৈয়ে
থাকি যায়।
কিন্তু সাধকে চিনি লয়
বাহিৰা আবৰণৰ ভিতৰৰ পৰা
বিৰাট ৰূপৰ ঘটান্তৰ

---

১ সাৰলা দাস কৃত মহাভাৰতত শ্ৰীকৃষ্ণই নবগুঞ্জৰৰ ৰূপ ধাৰণ কৰি অৰ্জ্জুনৰ সম্মুখত উপস্থিত হৈছিল। নবগুঞ্জৰ এটা অদ্ভুত জন্তু। ইয়াৰ মূৰ কুকুৰা চৰাইৰ দৰে, ডিঙি ময়ূৰৰ দৰে, ষাঁড়ৰ দৰে কান্ধ, নেজ সাপৰ আকৃতিৰ, কঁকাল সিংহৰ দৰে, চাৰিখন ভৰিৰ ভিতৰত এখন বাঘৰ, এখন ঘোঁৰাৰ, এখন হাতীৰ; চতুৰ্থ খন ভৰি নহয়, তিৰোতাৰ হাত হে। এই হাতত আছে এটি কমল ফুল।

মানি লয়
অদ্ভুত কায়কল্প
ধনু-কাঁড় মাটিত থৈ
মূৰ দোঁৱাই স্বাগত কৰে
বহুৰূপীৰ দৈৰিক
বৈচিত্ৰ্যক।

পৰিচয়ৰ অনুভৱত
তচ-নচ হৈ যায় সামূহিক ৰূপৰ ৰহস্য
দেহৰ অঙ্গই ছটফটাই থাকে
হিংসাৰ অসফল আক্ৰোশত
মেলি দিয়া হাতখনে মাথোঁ
পশুত্বক বিবশ কৰি তোলে
সকলোৰে শান্তিৰ ছাঁত জিৰণি লয়
পদ্মফুলৰ কোমল কৰুণাত।

# কটক

ইয়ালৈ আহিলে সকলো কথা
মনত পৰে
এৰা চব কথা মনত পৰে
নোট বহীত প্ৰেমৰ কবিতা লিখা
সেই অলস মধুৰ দিনবোৰ
জেপত ভৰি আছিল
বসন্তৰ মলয়া বতাহ
সেইবোৰ আছিল আকাশলৈ চাই
নিজকে হেৰুৱাই পেলোৱাৰ দিন
হাতৰ মুঠিৰ সোণালী ৰ'দ
আনক বিলাই দিয়াৰ দিন।

সকলোবোৰ চিনাকি চিনাকি যেন লাগে
অনেক বছৰ আগৰ
পুৰণা মুখবোৰ
যি সকল বজি ৰ'ল
চিত্ৰিত দিনৰ সম্মোহনত

নদীৰ পাৰৰ বেঞ্চিত বহি
ৰামধেনু চাই চাই;
যি সকল বৈ গ'ল
বালি মেলাৰ[১] ভিৰৰ মাজত
ৰঙীণ ৰুমাল উৰুৱাৰ সময়ত
দুয়ো নয়নেৰে চকুলো বোৱাই
চিনেমা হলৰ পৰা বাহিৰলৈ ওলোৱাৰ
উদাস মুহূৰ্তবোৰত।

এতিয়া ইয়াত আগুৱাই যোৱাৰ সময়

---

১ কটক চহৰৰ মহানদীৰ বালিত বহা প্ৰসিদ্ধ মেলা।

ৰিক্সাৰ পৰা উৰি থকা আঁচলে
তৰপে তৰপে বান্ধি ৰাখে
এৰি থৈ অহা
নানা ৰঙী অনুভৱক।
লেভেল ক্ৰছিঙত
ৰাস্তা বন্ধ হয়
যান-বাহনৰ ভিৰত
শ্বাসৰুদ্ধ চেতনা
দৃষ্টি থমকি ৰৈ যায়
সলনি হৈ যোৱা ৰাস্তাৰ
দুয়ো পাৰত
মনে নীৰৱে মানি লয়
বয়সৰ বিবশতাক
সকলো চিনাকি চিনাকি যেন লাগে
নদীৰ বাঁধ পাৰ হৈ
খিৰিকীৰে সোমাই আহে সূৰ্যই
হাতত সাৰে ভৰিত সাৰে।
ভিখাৰী এটাই ৰাস্তাৰ দাঁতিত বহি
আকাশৰ ডাৱৰৰ ফটা কাপোৰৰ পিনে
থাকে চাই
কটা যোৱা চিলা উৰি আহি পৰে
ভঙা ছটৰ বুকুত
মন্দিৰৰ ভগৱানৰ পাদোদক আহি
নলাৰ পানীৰ সৈতে মিলি যায়।

অস্থায়ী দোকানৰ
ভিৰৰ মাজত
ন্যায়ৰ বেচা-কিনা হয়,
বৰষুণত উটি যায়
চণ্ডী মন্দিৰৰ পূজা পাঠ
কলেজৰ তিনি আলিৰ
চাহৰ দোকানত
আলোচনা হঠাৎ বন্ধ হয়
খবৰ কাগজৱালাৰ
চিএৰক নেওচি

প্ৰলয়ৰ আতঙ্ক আহে
কাঠজোড়ি নদীৰ পাৰ ঢৌৱাই
হাস্পতালৰ ৰাস্তা এৰি
বাহিৰলৈ যোৱাৰ সময়
চকৰ ওচৰত খোজ থমকি ৰয়,
ইয়াৰ পৰা চব ৰাস্তাই
গতি কৰে বিস্মৃতিৰ পিনে
ওলাই অহা মানুহে
আৰু উভতি নেচায়
মহানদীৰ পৰা পানী লৈ
অঞ্জলি ভৰাই
পূৰ্ব পুৰুষক কৰে সমৰ্পণ।

গ্ৰীষ্মৰ দিনবোৰ
কেতিয়া জানো মিলি যায়
অনিয়মিত বৰ্ষাৰ আৰ্দ্ৰ অন্তৰঙ্গতাত
লাইট প'ষ্টৰ বয়স বাঢ়ে
ধূসৰ স্মৃতিয়ে
লুকা-ভাকু খেলি থাকে
গলিৰ ৰহস্যৰ বুকুত
দুই নদীৰ আলিঙ্গনত
চহৰ নিৰ্বিকাৰ
এই সংসাৰ একেই থাকে
মাথোঁ সলনি হয় বুৰঞ্জীৰ।

# নৰ্তকী

ৰঙ্গমঞ্চৰ অন্ধকাৰত
এক অন্য বিশ্ব-ব্ৰহ্মাণ্ড
এক অশান্ত নক্ষত্ৰৰ দৰে
তাইক আহি বশীভূত কৰে
তাইৰ অলৌকিক আবিৰ্ভাৱ
সৌৰমণ্ডল স্তব্ধ হৈ ৰয়
পোহৰৰ আগ্নেয় বলয়ৰ মাজত
তাই স্ফুৰিত হৈ পৰে
মুখৰ ওপৰত অহৰহ বিস্ফুৰিত হোৱা
উল্কাৰ উল্লাস লৈ।

তাইৰ প্ৰত্যেক মুদ্ৰা আৰু চকুৰ
কটাক্ষত
বিভিন্ন মন্ত্ৰ বিদ্যমান
দেহৰ সাংকেতিক তত্ত্বত
দেশ-দেশান্তৰৰ বাবে আছে
ব্যক্তিগত খবৰ
আঙুলিয়ে নিৰ্দেশ কৰে
এক অনাৱিষ্কৃত অন্তৰীক্ষক
পদচিহ্নৰ ৰেখাগণিতত
নিৰ্ধাৰিত হৈ যায়, দিশৰ সন্তুলন
চকুৰ জিজ্ঞাসাই লৈ যায়
অনুপলব্ধ দিগন্তৰ অন্য পাৰ
কোনো বাধা নাই
সঙ্গীতৰ উৰ্ধ্বগামী অনন্ত ব্যাপকতাত
নতুন নতুন নভোমণ্ডল খুলি যায়
নূপুৰৰ অৰ্থগৰ্ভিত ধ্বনিয়ে
পদগতি ঘূৰ্ণায়মান কৰি
সূচিত কৰি দিয়ে
জীৱনৰ বৃহত্তম কাৰণ সমূহক

মঞ্চ প্লাবিত হৈ পৰে
কালাতীত অন্তৰঙ্গতাত
প্ৰেক্ষাগৃহৰ আনন্দ
এক হৈ যায় আকাশৰ
অহ্লাদত।
চেতনাৰ দীপ্ত আৰু
নিৰ্ধাৰিত সময়ত
তাই উলটি যায় নেপথ্যলৈ
অন্তৰীক্ষৰ বিস্ময়ৰ মাজেৰে
সাময়িক শূন্য স্থান এৰি থৈ।

# মৃত্যুবোধ

মৃত্যুৰ আগতে কি যে মনত পৰে
ঘৰ বাৰী প্ৰিয় পৰিজন সুখ দুঃখ
শৈশৱৰ সেই বিস্ময়েৰে ভৰা
প্ৰত্যুষ।
দুঃসাহসৰ সঙ্কুচিত অগ্নিবলয়ত
ক্ৰীড়া মগ্ন নিশ্চিন্ত দুপৰীয়া
ভয় আৰু বেদনাৰ কুঁৱলিত
শুই থকা বিষাদময় ৰাতি
নাইবা নদীৰ অপৰ্যাপ্ত স্ৰোতত
প্ৰবাহিত, আৰম্ভ আৰু সমাপ্তি
নথকা বিবৰ্ণ সময়।

মৃত্যুৰ দুৱাৰত থকা মানুহে
কি যে ভাবে
পুৰণা স্মৃতিত কক্‌বক্ কৰে
চন্দ্ৰক স্পৰ্শ কৰাৰ
অদ্ভুত অনুভূতি
ধুমুহাৰ বেগৰ সৈতে
মিলি যোৱা
ভৱিষ্যতৰ বিমৰ্ষ পৰমায়ু,
বিশ্বত আৱিষ্কাৰ নোহোৱা
মহাদেশৰ কথা
ইতিহাসৰ অপূৰ্ণ প্ৰতিশ্ৰুতি
সমূহ
কল্পনামণ্ডিত নন্দনবন
অহৰহ উচ্চাৰিত
গোপন মন্ত্ৰ।

মৃত্যুৰ দুৱাৰ-ডলিত
কাৰ সৈতে বাৰু মুখামুখি হোৱা যায়?
সাধু-কথাৰ প্ৰথম ৰাক্ষস
দেৱ-দেৱী কিন্নৰী গন্ধৰ্ব

মুখাৰ ছদ্মবেশৰ আঁৰত
হাঁহি কান্দোন মান অভিমান
ক্ষোভ গ্লানি ঘৃণা অভিমান
মেঘত, প্ৰাচীৰত, হ্ৰদত
সলনি হৈ যোৱা চেহেৰা
চিনাকি, অচিনাকি অৰ্ধ চিনাকি
আৰু অপৰিচয়ৰ দোমোজাত
দোদুল্যমান মুখ

নে একোৱেই নাই
মেঘ মেঘ নহয় আকাশ আকাশ
নহয়
পুৱা আৰু সন্ধ্যা চব মিছা
সকলো মাথোঁ মোহময় শূন্য
স্মৃতিহীন আৰু ভাৱনাৰহিত স্থিতি
সাদৃশ্য নাই সময় নাই
সকলো যেন দৃশ্যাতীত
নিজৰ ভিতৰতে সকলো ভিন্ন
একো দেখা নেযায়,
একো মনত নপৰে
কেৱল এক অন্ধ কৰি দিয়া
পোহৰ
যি পোহৰ অনেক অন্ধকাৰৰ
সমাহাৰেৰে তৈয়াৰী।

# কালী

ভৰি দাঙিলে
মহাকালৰ পিনে
চকুৰ আগ্নেয় লক্ষ্য
সৰ্বনাশৰ সীমাত,
উদ্যত হাতৰ শাণিত তৰোৱালত
কটা যায় ভৱিষ্যতৰ
সকলো আশ্ৰয়
বৰ্শাৰ নিম্নমুখী তীব্ৰতাত
ছিন্ন-ভিন্ন হৈ পৰে
অকিঞ্চন ভক্তিৰ শেষ আধাৰ
নৰমুণ্ডৰ মালাত ৰৌৰৱৰ বিভীষিকা
জবাফুলত ৰক্তাক্ত সন্ত্ৰাস
মেৰ খাই পৰে খড়্গত
প্ৰাণহীন অভিশাপ
নাগ ফেণাৰ কাঁইটত বিদ্ধ
শান্তি আৰু স্বস্ত্যয়ন।
তেওঁ অহাৰ পথৰ
নৈ বিল সকলো শুকাই গ'ল
চাৰিওফালে বিয়পি পৰিল
দুৰ্ভিক্ষ আৰু মহামাৰী,
গলিত আকাশৰ পৰিত্যক্ত কোণত
সকলো ৰং নষ্ট ভ্ৰষ্ট
হৈ পৰিল
বন জুইত পশু পক্ষী
জ্বলি ভস্ম হৈ গ'ল,
দয়া-মায়াহীন উত্তপ্ত দ্বিপ্ৰহৰে
মচি পেলালে ওঁঠৰ হাঁহি
ছায়ামূৰ্তিৰ উত্তেজিত সঙ্গীতত
ধৰফৰাই থকা সূৰ্য
লুকাই পৰিল
খড়্গ আৰু লাওখোলাৰ ৰোষে
নিষ্প্ৰভ কৰি পেলালে আতঙ্কৰ

দিনবোৰ
আৱাহনৰ হৃদয়হীন মন্ত্ৰত
ডুব গ'ল অভিশপ্ত সকলৰ
প্ৰাৰ্থনা ।
হাত উদ্যত আৰু দাণ্ডি ভৰি
জিভাৰ হিংস্ৰ পাশৱিক
আক্ৰোশত
সৰ্বনাশী ক্ষুধা
লাও খোলাৰ শূন্যভেদী
কোপ দৃষ্টিয়ে
পুৰি পেলাই কৰুণাৰ কণিকাক
আশীৰ্বাদ হেৰাই যায়
অভিশাপৰ কবলত
অমাবস্যাই গ্ৰাস কৰে আহ্নিকক
নিজৰেই আন্ধাৰত হেৰাই যায়
চন্দ্ৰমাৰ পোহৰ।
এতিয়া কাল ৰাতিৰ ৰাজত্ব
ৰক্তৰ প্ৰবাহত উটি যায় জবাফুল
নাগফেণাত বজি ৰয় আৰ্তনাদ
ভক্তৰ ত্ৰাহি ত্ৰাহি আটাহ শুনা যায়
পশুবোৰে আজ্ঞাবহৰ দৰে
আগুৱাই যায় নিজৰ নিজৰ
নিৰ্ধাৰিত বলিশাললৈ।

# ইতিহাস

এতিয়া আৰু কোনো সাক্ষী বাকী
নাই,
সমস্ত কৃতিত্ব ৰাজমহল আৰু
গুহাৰ মাজত বন্দী।
সফলতাৰ সকলো সাক্ষী
লিপিবদ্ধ হৈ আছে
কীৰ্তিস্তম্ভ আৰু কামশাস্ত্ৰত।
অমৰত্ব লাভৰ ইচ্ছা পাষাণ হৈ আছে
প্ৰশস্তি আৰু আৰু অনুশাসনৰ
মাজত।
ইয়াত কোনো সাৱধান বাণী নাই
নাই কোনো নীতি শিক্ষা।
আকস্মিকতা ইয়াত সৰ্বসম্মত।
তৰ্ক আৰু স্পষ্টীকৰণৰ কৃপণালি
নাই।
সকলোৰে বাবে ইয়াত আছে
খালী ঠাই
অজ্ঞাত অধ্যায়ৰ অতল গহ্বৰত।

সকলোবোৰ সভাপণ্ডিতৰ হাতেৰে
সমস্ত অনুচ্ছেদ সংশোধিত হৈ যায়
মহামানৱ আৰু মহাৰথী
শীৰ্ষ স্থানৰ পৰা নামি আহে
পাদটীকা আৰু পৰিশিষ্টলৈ।
ঘটনাৰ ভয়ানক ষড়যন্ত্ৰই
বিস্মৃত দুষ্ট আত্মাক
জাবৰৰ স্তূপৰ পৰা উলিয়াই
তুলি দিয়ে ৰাজ সিংহাসনত।

চৰ্ত সন্ধিপত্ৰ বা বুজা-পৰাৰ
দস্তাবেজ।

অন্ধগলি, ৰহস্যময় দুৱাৰ মন্ত্ৰণা কক্ষ
তীৰ কামান আৰু পৰমাণুৰ
ভিতৰত থাকে, দেশ কাল আৰু পাত্ৰ
অশ্বমেধ আৰু আণৱিক যজ্ঞত
সভাৰ সীমা ৰেখা নিৰ্ণয় হয়।
উত্তেজনাৰে ভৰা ছায়াৰ তলত
সভ্যতা বুঢ়া হৈ যায়।

বাহিৰত থিয় হৈ থকা সকলে
বিতৃষ্ণ হৈ চাই থাকে
সাৰ্থক হোৱা ঘটনাৱলীৰ পিনে
পাৰ্গত লোকৰ হাতেৰে
লিখা হয় নিত্য নতুন অধ্যায়।
আকৌ সকলো সমৰ্পিত
সময়ৰ সৰ্বগ্ৰাসী কীটৰ গ্ৰাসত।

বিদূষক গম্ভীৰ হৈ পৰে
তেওঁ নিজৰ পৰিহাস সমূহক
দিব খোজে এক দাৰ্শনিক ৰূপ
লাহে লাহে সকলো লীন হৈ যায়
উঁয়ে খোৱা পৃষ্ঠাৰ বুকুত।
ভৱিষ্যতৰ গৱেষকে অপেক্ষা কৰে
অনিৰ্ণীত বৰ্ণমালা হাতত লৈ
সকলোবোৰ বিয়োগান্ত ঘটনাই
প্ৰহসনৰ ৰূপ লৈ
আকৌ সংঘটিত হয়।

# গান্ধী

সত্যৰ পৰীক্ষা নিৰীক্ষা
শ্লোগানলৈ পৰিণত হ'ল।
জীৱন দৰ্শন বজি ৰ'ল
শিলৰ মূৰ্তিৰ অন্ধ চকুত
কৃতিত্ব পৰিভাষাক সাৱটি বৈ গ'ল।
আত্মাক অধিকাৰ কৰি ল'লে
সুবিধাবাদৰ পণ্যাই।
ধৰ্ম স্থাপনাৰ বাবে যুদ্ধ ঘোষিত হ'ল।
শান্তি ৰক্ষাৰ বাবে দলিতৰ বস্তি
জ্বলাই ভস্মীভূত কৰা হ'ল।
কপট শাস্ত্ৰৰ সহায়ত
সত্যৰ প্ৰমাণ বিচৰা হ'ল।
ঈশ্বৰৰ লোক সকলক বহিষ্কাৰ
কৰা হ'ল।
একেবাৰে শেষৰ ব্যক্তি গৰাকীও
আঁতৰি গ'ল
তেওঁৰ পিছত আৰু অনেক।
আৰু কোনো সত্যান্বেষী নাই,
সাধনৰ বাবে কাৰো আৰু
চিন্তা নাই।
সকলোৰে চকু
অচল ফলাফলত।
লাভ-লোকচানৰ চোৰ বজাৰত
সচ্চৰিত্ৰৰ শেষ পুঁজিও নিঃশেষ হৈ গ'ল।
সাম্ৰাজ্যবাদীহঁত গুচি গ'ল
নতুন উপনিবেশৰ সন্ধানত।
যুদ্ধলোভীৰ হাতত সমৰ্পিত হ'ল
শান্তিৰ পুৰস্কাৰ।

পুৰণা ঘড়ীয়ে দৰিদ্ৰতাৰ
সীমা ৰেখা অতিক্ৰম
কৰিব নোৱাৰে

চশ্‌মাৰ ডাঠ আইনাৰে
এতিয়া আৰু দেখা নেযায়
সত্যৰ ৰঙীণ বিভীষিকাক
ক্ষুদ্ৰ বস্ত্ৰই এতিয়া আৰু
ঢাকিব নোৱাৰে
ক্ষমতাৰ অখণ্ড অশ্লীলতাক।
লাঠীৰ দ্বাৰা জব্দ কৰা নেযায়
আতঙ্কবাদীৰ উগ্ৰ জিঘাংসাক।
ঘড়ী নীৰৱ আৰু অচল,
ইতিহাসে অৱকাশ লৈ যায়
শিলৰ মূৰ্তি, পৰিভাষাৰ শৃঙ্খলা,
চলচ্চিত্ৰ আৰু জয়ন্তীৰ
উৎসৱৰ পৰা,
ইতিহাস আকৌ উলটি যায়
চঞ্চল খোজেৰে
নতুন নতুন হত্যাকাৰীৰ
টোঁৱাই থকা বন্দুকৰ পিনে

# গীত গোবিন্দ

এইখন এনে এখন নিকুঞ্জ বন
যাৰ পৰিকল্পনা
    স্তম্ভন আকর্ষণ আৰু বশীকৰণত,
আৱেশ ইয়াৰ চাৰি সীমা
ইন্দ্রিয় ইয়াৰ ভেটি,
ইয়াত প্ৰৱেশ কৰিলেই
ইচ্ছাৰ আকাশ ভৰপূৰ হৈ পৰে।
অন্ধকাৰ ঘন হৈ আহে মনোৰথৰ দৰে।
কাৰোবাৰ উদাৰ পদ পল্লৱত
জীৱন সমৰ্পিত হৈ যায়।
ইয়াত সকলো দেহময়
জঙ্ঘা, স্তন অধৰেৰে
ফুল পাতেৰে ভৰা শয্যাত।
প্ৰভাত নামি আহে
শেঁতা পলক আৰু খহি পৰা
খোপাৰ আউল বাউল হোৱা চুলিৰে
ইয়াৰ পাছত অভিমান, ক্ষোভ
প্ৰলাপ সন্তাপ গ্লানি আৰু দীৰ্ঘশ্বাস
অসহায় সখীয়ে খবৰ আনি দিয়ে
"মুগ্ধৰ পৰা স্নিগ্ধত, চতুৰৰ পৰা সানন্দত
খণ্ডিতাৰ পৰা কলহান্তৰিতালৈ।"
কন্দৰ্পৰ তীৰে বিচাৰি লয়
মাধবী, নবমল্লিকা আৰু অশোক
গছৰ মাজত বিৰহত ওতঃপ্ৰোত
            দুটি বিহ্বল দেহক।
অন্তৰ্দাহৰ দৰে
    আকৌ নামি আহে অন্ধকাৰ
কস্তুৰী কুমকুম চন্দন
আৰু কাজল চকুত লৈ
চাদৰ উৰুৱাই মেখেলাৰে শব্দ কৰি।
কুণ্ডল আৰু নূপুৰৰ স্তিমিত ধ্বনিত
বশ কৰিব নোৱৰা মন বজি ৰয়।
চঞ্চল চকিত বিহ্বল আৰু ব্যাকুল

লবঙ্গ পলাশ তমাল আৰু
বকুলৰ মাজত
এক হৈ যায় শৰীৰ
ৰোমাঞ্চত, শিহৰণত আৰু আৱেশত।
শেষত সকলো অৱশ,
খেদসিক্ত আৰু বিশৃঙ্খল
সূৰ্যই আঁকোৱালি লয়
ইন্দ্ৰিয় মন, জন্মজন্মান্তৰ।
স্তনৰ ওপৰত চিত্ৰ আঁকি দিয়ে
পুৰাই।
চন্দন বলয় কঙ্কন নূপুৰেৰে
তুলি ধৰে দেহ।
এতিয়া আৰু অঙ্গ নাই, অনঙ্গ নাই
পূৰ্বৰাগ নাই, প্ৰেম নাই—নাই বিৰহ
আছে মথোঁ এক অনন্ত পৰিৱৰ্তনৰ
অনুভৱ
কবিতাৰ ৰাজত্ব
শব্দ আৰু ছন্দৰ সমাৰোহ
ৰাগ আৰু তালৰ আধিপত্য।
নিকুঞ্জত বনৰ গীতৰ সাম্ৰাজ্যত
নিজৰ প্ৰেৰণাৰ ৰজা কবি
কোমল স্নিগ্ধ পদাৱলীয়ে
মন যমুনালৈ আনে কবিতাৰ বান।

# ভয়

ভয় এক প্ৰাগৈতিহাসিক অন্ধকাৰ
চহৰৰ আলিয়ে-গলিয়ে লুকাই থাকে
ব্ৰিফকেচত যেতিয়া থাকে পঞ্চাশ
হেজাৰ টকা
ভয় হ'ল কিংকঙৰ সন্তান
শৈশৱৰ সাধু-কথাৰ পৰা ওলাই আহি
বুকু চপৰিয়াই থিয় হৈ থাকে
কংক্ৰীটৰ ছাতত।
ভয় হ'ল টেলিফোনৰ ঘণ্টা
হৃদপিণ্ডত হাতুৰিৰে কোবাবলৈ আহে
অসময়ত মৃৰব্বীৰ আৱাজ হৈ।
ভয় হ'ল মাজৰাতিৰ টেলিগ্ৰাম
বন্ধ খামৰ ভিতৰত আহে,
প্ৰিয়জন দূৰৈত থকাৰ সময়ত,
ভয় হ'ল স্তব্ধ দুপৰীয়াৰ
গধুৰ বুট জোতাৰ শৃঙ্খলাময়
আৱাজ
কাৰফিউৰ সময়ত, নপুংসকহঁতৰ
গলিত।
ভয় হ'ল আপাতকালৰ ফুচফুচনি
খাকী পিন্ধি বেয়োনেট লৈ লৰে
ছত্ৰভঙ্গ হোৱা শোভাযাত্ৰাৰ পিনে।
ভয় হ'ল মটৰ চাইকেলৰ গৰ্জন,
মুখা পিন্ধি মন্দিৰৰ পৰা
ঘূৰি আহে মৃত্যুৰ
তালিকাত নাম লেখাৰ পাছত।
ভয় হ'ল নিজৰ কলঙ্কিত অতীতৰ সাক্ষী
মনৰ কালাপানীৰ পৰা অপ্ৰত্যাশিত
ভাৱে ঘূৰি আহে
পুৰণি পাপৰ অন্বেষণত।
ভয় হ'ল মৃত্যুৰ হঠাতে আহি পোৱা
পৰোৱানা

আইনাৰ ভিতৰেৰে আহে সময়ৰ শূন্য হৈ
বৃদ্ধ অৱস্থাৰ শোটোৰা-শোটোৰ ৰেখা
মুখৰ ওপৰত লৈ প্ৰসাধনৰ আসক্ত
মুহূৰ্তত।
ভয় হ'ল সম্বন্ধৰ সূক্ষ্মতা
মনোমালিন্যৰে ভৰা দিনত
দোদুল্যমান হৈ থাকে
বিচ্ছেদৰ চিৰন্তন আশংকা লৈ।

# আহ্নিক

এনেকৈয়ে দিন আহে আৰু যায়
চহৰৰ গলিৰে দিনৰ পাছত দিন
মাহৰ পাছত মাহ
এটা ঋতুৰ পাছত, আন এটা ঋতুলৈ
সামূহিক ৰিক্ততাৰ ভিতৰেৰে।
ভুলতে জ্বলা প্ৰদীপক নিষ্প্ৰভ কৰি
পুৱা সূৰ্য উঠে
চুলাৰ কয়লাৰ ধোঁৱাৰে
বাতৰি কাগজৰ ৰক্তাক্ত শিৰোনামাৰ
অন্তৰালেৰে
চাহৰ পিয়লাৰ উজ্জ্বলতা আনি দিয়ে।
ৰাস্তাৰ কলৰ ওচৰত
ভিৰ জমা হয়,
পুৱা ন' বজাৰ চাইৰেন বাজে
কাৰখানাৰ মেছিনৰ আৱাজ শব্দ হয়
পুৱা উঠি যায় অফিছৰ ভিৰে ভৰা বাছত।

পুৱা বিয়লি পৰে
ৰেচনৰ দোকানৰ আগত,
পোষ্টাৰত ৰং ঘঁহি দিয়ে
দুপৰৰ ছায়াক বাধা দি
চাৰি আলিৰ ট্ৰেফিক পুলিচ হৈ
হতাশাক ঢাকি ধৰে
ক'লা চছমাৰ কৃত্ৰিমতাৰ বুকুত

দুপৰীয়া পিছলি পৰে
ৰিক্সাৱালাৰ পিঠিৰ ঘাম হৈ
দুপৰীয়া উৰি যায়
ৰাস্তাৰ শুকান পাতত
দুপৰীয়া গলি যায় ৰাস্তাৰ আলকতাৰাত
দুপৰীয়া উভতি যায়
নীৰৱ গলিৰ শূন্যতা হৈ।

দুপৰীয়া টিফিনৰ বাকচ লৈ উলটে
অফিছ আৰু কাৰখানাৰ কৰ্মী হঁত
সন্ধ্যা নামি আহে পাণ দোকানৰ
সম্মুখত
চিনেমা হলত ছোৱালী জনীয়ে
অপেক্ষা কৰি থাকে,
দিনৰ পোহৰ শেষ হৈ যায়
বস্তিৰ সমূহীয়া হুমুনিয়াহত।

লাইটপ'ষ্টে পুনৰ্জন্ম লয়
দিন উভতি যায় শেঁতা বিৰক্ত অন্ধকৰত
মনে মনে উঠি যায়
ৰাতিৰ প্ৰথম ট্ৰেইনত।

# ভগ্নাৱশেষ

ভাঙি পৰা দুৰ্গৰ প্ৰাচীৰৰ সৈতে
কোৱাঁ কেনেকৈ বাৰু কথা কওঁ?
কি মৃতভাষাক আশ্ৰয় কৰি
কোন নিৰ্লিপ্ত দ্বিভাষীৰ সহায়ত?
পোত যোৱা দুৰ্গৰ খাবৈৰ ওচৰত,
কেনে স্পষ্টীকৰণ বিচাৰোঁ এতিয়া?
কোন কূটনীতিৰ কেনে কপটতাৰ?
সমৰ্থন বিচাৰোঁ ক'ত?
পৰস্পৰে খুন্দা খোৱা বৰ্গ সংঘৰ্ষক
বিচাৰি পাম জানো এই পাষাণ আৰু
মাৰ্বলৰ বুকুত?
শ শ বছৰ আগেয়ে
কোন আছিল ইয়াত?
নিজৰ মোহৰ 'সম্বৎ' আৰু
  সিদ্ধান্ত লৈ
কোন আহিছিল হাতী ঘোঁৰা আৰু টেঙ্কত
শিকলিৰে বান্ধি অনা গোলামৰ
      পল্টন লৈ,
কোনে নিজৰ ক্ষমতাক প্ৰমাণ
কৰি দেখুৱাইছিল
ফাঁচি-শালৰ নিষ্ঠুৰ নিপুণতাত।
আকৌ কোন গুচি গ'ল
গুপ্ত দুৱাৰেৰে,
  তিৰোতাৰ পোছাক পিন্ধি,
দোভাগ ৰাতিৰ হত্যাকাৰীৰ পৰা
  সাৰিবলৈ?
খহি পৰা ইটাৰ কোনো পৰাক্ৰম নাই
শেলুৱৈ আৰু গছ-লতাই আবৰি ধৰা পাষাণ।
  সকলো সম্ভাৱনাৰহিত;

আৰু কোনো প্ৰয়োজন নাই
ভাঙি পৰা ছাতৰ মামৰে ধৰা কামানৰ

মচি যোৱা আখৰৰ, তাম্ৰলিপিৰ প্ৰশস্তিৰ
দুৱাৰ নথকা বন্দীশালৰ ছিঙি যোৱা শিকলিৰ
স্বেচ্ছাচাৰ প্ৰমাণ কৰি দেখুওৱা
শেলুৱৈয়ে ধৰা শিলালিপিৰ।
শেন চৰাই উৰি যাব
ৰাণীহঁতৰ অতৃপ্ত বাসনাৰ
দীৰ্ঘশ্বাস বুকুত লৈ;
ঘোঁৰাৰ খুৰাৰ শব্দ হেৰাই যাব
শিয়ালৰ দুৰ্বল আটাহত,
দুৱাৰ খহি পৰিব
সময়ৰ শোভাযাত্ৰাক আদৰণি জনাই
পাথৰ ফাটি যাব দৰবাৰী অন্যায়ৰ
প্ৰতিবাদত।

কোনেও আৰু লিপিৱদ্ধ নকৰে
মাটিত পোত খোৱা
স্বৰ্ণ যুগৰ কাহিনী,
কাঁইটীয়া জোপোহাত লুকাই থকা
বিশ্বাসঘাতকতা,
ঘাঁহেৰে ঢাক খাই যোৱা
বিজয় সমাৰোহ
ফাটি যোৱা পাষাণৰ
বুকুত বজি ৰোৱা
যুদ্ধৰ ঘোষণা
মকৰা জালত ওলমি থকা
বংশাৱলী।

বনভোজ খাবলৈ অহা লোকে
খণ্ড খণ্ড হোৱা ইতিহাসৰ
টুকুৰাত ভৰি দি
অতীতৰ পৰা উপদেশ পোৱাৰ
সন্ধানত ভঙা দুৱাৰেদি জুমি চাব।
অনাসক্ত আৰু বিৰক্ত দুপৰীয়াই
বাৰে বাৰে প্ৰতিধ্বনি তুলিব
তথাপি কিংবদন্তিয়ে আৰু
সাৰ নেপাব।

# পৰৱৰ্তী কবিতা

মোৰ পৰৱৰ্তী কবিতা আহিব
এক ক্ষমাশীল সহানুভূতিৰে
দুটা প্ৰেম আৰু তিনিটা বিচ্ছেদৰ পাছত
হুমুনিয়াৰে অনুতপ্ত আকাশৰ পৰা নামিব
পূৰ্বৰাগৰ স্বস্ত্যয়ন হৈ।
নষ্ট হোৱা সম্পৰ্কৰ অনুতাপত
তেওঁ আহিব সহৃদয়েৰে হাত আগ বঢ়াই
সেই সম্পৰ্কক আকৌ সজাই
সংশয় আৰু অবিশ্বাসৰ শ্মশানত
আত্মীয়তাৰ সংবেদনশীল ফুল ফুটাই।
বন্ধ্যা আকাশৰ ক্ষুব্ধ দুপৰীয়া
তেওঁ আহিব সেউজীয়া স্মৃতিৰ
স্মাৰক হৈ।
মনৰ গোপন কক্ষৰ গভীৰ
অচেতনক সকাৰ কৰি
পাহৰি যোৱা গীতৰ প্ৰতিধ্বনি তুলি।

তেওঁ আহিব অভাগা অদৃষ্টক
পিছ পেলাই থৈ
মঙ্গলৰ শক্তিমান প্ৰত্যাশা হৈ
চকুলোৰ ভিতৰত ভৱিষ্যতক
বশীভূত কৰি
হাতত বিশ্বাসৰ অভিনৱ
ভাগ্যৰেখা আঁকি।

তেওঁ আহিব আকালৰ অশান্ত সময়ত
হাহাকাৰৰ 'উদাস-মেৰু' অতিক্ৰম কৰি
'পীড়িতৰ শিবিৰত' মুঠি মুঠি হাঁহি বিলাই,
মৃগতৃষ্ণাক বৰষুণৰ পানীৰে প্লাবিত কৰি।

তেওঁ আহিব পুৱাৰ পবিত্ৰ পোহৰত
শান্তিৰ স্তোত্ৰ উচ্চাৰণ কৰি,
মন্দিৰৰ অন্ধকাৰক সংস্কাৰেৰে দগমগাই

যমদূতৰ হাতৰ পৰা মাৰণাস্ত্ৰ আঁজুৰি লৈ।
তেওঁ আহিব পাৰ চৰাইৰ কোমল পাখিৰে
যুদ্ধৰ আকাশৰ বোমাবৰ্ষক বিমান পাৰ হৈ।
যুদ্ধবিৰতিৰ 'কবাৰনামা' লৈ
নিৰস্ত্ৰীকৰণৰ চুক্তি সফল স্বাক্ষৰত
হিংসাৰ বাৰুদৰ স্তম্ভত
শান্তিৰ স্ফুলিঙ্গ হৈ।

তেওঁ আহিব কাৰাগাৰৰ প্ৰাচীৰ ভাঙি
স্বেচ্ছাচাৰী শাসনৰ নিষেধাজ্ঞা ওফৰাই
হাতত বিৰোধৰ পতাকা লৈ,
তেওঁ আগ বাঢ়িব 'কাৰফিউৰ' ৰাজপথলৈ
শোভাযাত্ৰাৰ সম্মুখত শ্লোগান দি
মোনাৰ উত্তেজক ইস্তাহাৰ বিলাই।

শান্তিৰ পদযাত্ৰাৰ লগত খোজ মিলাই
তেওঁ আহিব অসহিষ্ণুতাৰ নোৱাখালিত
সাম্প্ৰদায়িক যুদ্ধৰ মাজেৰে ৰামধুন গাই
আতঙ্কবাদীৰ বন্দুকৰ আগত বুকু ফিন্দাই
মোৰ পৰৱৰ্তী কবিতা আহিব
হাতত শাণিত শব্দৰ মালা লৈ
নিৰ্বিৰোধ, নিঃশঙ্ক, সহজ আৰু স্বতঃস্ফূৰ্ত
মাত্ৰা আৰু ছন্দৰ বান্ধোন এৰি
বগা কাগজৰ স্বাধীন সাম্ৰাজ্যত
বাচি থকাৰ অধিকাৰ স্বতঃসিদ্ধ কৰি।

# ধৰ্মযুদ্ধ

মন্দিৰত থিয় হৈ
স্বৰ্গৰ পিনে মুখ কৰি
পূজাৰ বেদীৰ সুৰক্ষিত অন্ধকাৰত
ধৰ্মযাজক ষড়যন্ত্ৰত ব্যস্ত
মন্ত্ৰ পাঠত ভাঁহি আহে বিদ্বেষৰ খবৰ
যুদ্ধৰ প্ৰস্তুতি চলি আছে
গৰ্ভ গৃহৰ ভিতৰত
ধ্বজাৰ পৰা খহি পৰে
ক্ৰোধ আৰু ৰোষ
ধূপৰ ধোঁৱাই উৰুৱাই লৈ যায়
সংযম আৰু সহিষ্ণুতাক
ঘণ্টাই জনাই দিয়ে
যুদ্ধ আৰম্ভৰ সময়।

পবিত্ৰ মণ্ডপত বহি
সম্প্ৰদায়ৰ শীৰ্ষ পুৰোহিত সকলে
ব্যুহৰ কুটিল যোজনা কৰে
ওঁঠৰ মন্ত্ৰৰ ৰণ-সঙ্গীত লৈ
ধৰ্ম সংস্থাপনৰ বাবে
বাহিৰ হৈ আহে শান্তিৰ দূত সকল
শান্তিবাদীক বিধৰ্মী ঘোষণা কৰে
ধৰ্মৰ প্ৰধান পুৰোহিতে।

মুখত স্তোত্ৰ আৰু যুদ্ধ ঘোষণা,
হাতত ত্ৰিশূল আৰু বন্দুক
তুলসী আৰু বুলেটৰ মালা পিন্ধি
বিধৰ্মীক বিচাৰি
ওলাই আহে
ধৰ্মৰ অন্ধ সৈনিক সকলে
বস্তিত জুই জ্বলাই,
শিশুৰ বুকু ছিৰি
স্ত্ৰীক বলাৎকাৰ কৰি
বিচাৰে প্ৰবাদৰ প্ৰমাণ।

পুৰোহিতৰ চকুত ঘৃণা
বুকুত হিংসা, ওঁঠত ভৰ্ৎসনা,
অৰাজকতাৰ পিনে আঙুলি টোঁৱাই
বিদ্বেষৰ গীত গাই
অনুচৰ যায় বিধ্বংসৰ পিনে
আগুৱাই।
ৰাতিৰ অশুভ লগ্নত বহি
লাভ-লোকচানৰ হিচাপ কৰে
ভাড়া কৰি অনা ধৰ্মৰ দালাল হঁতে
নিজৰ অন্ধ বিশ্বাসক সাৱটি
আফিঙৰ নিচাত নিশ্চিন্ত হৈ শুই থাকে
বিশ্বস্ত যজ্মান আৰু ভক্ত
চকুত বান্ধি ধৰ্মৰ ক'লা পটি।
ধ্বংসৰ বীজ সিঁচি যায় আৰু
নিজকে ধৰ্ম সংস্থাপক বুলি ঘোষণা কৰে
মটৰ চাইকেলৰ মৃত্যু দূত সকলে।

# টোপনি নাহে

আকাশত তৰাবোৰ চেতনাহীন হৈ গ'ল,
এদ'ম মেঘৰ ওপৰত অন্যমনস্ক হৈ
বহি আছে চন্দ্ৰ
নভোমণ্ডলত সময়ৰ ব্যাপক মৌনতা
স্মৃতিৰে ভৰা পথ আলোকিত কৰি
দৃষ্টিৰ আঁতৰ হ'ল দোভাগ ৰাতিৰ
উল্কা
আৰু চকুত টোপনি নাই।

ৰাস্তাৰ দাঁতিত গানবোৰ
সিঁচৰতি হৈ পৰিল
চৰাইবোৰ সোমাই গ'ল
নিজৰ নিস্তব্ধতাৰ বুকুত
ভিক্ষাৰীয়ে তুলি ল'লে তাৰ
ফটা কাপোৰৰ পৃথিৱী
শিশুৰ মন উৰি গ'ল
নিচুকনি গীতৰ যাদুত,
মন্দিৰৰ ঘণ্টাবোৰ জড় আৰু নিশ্চল
সকলো জহি গ'ল, জ্বলি গ'ল, অন্ধকাৰৰ
জিলীৰ স্বৰত,
টোপনি নাহে, টোপনি নাহে টোপনি নাহে।

ওপৰৰ পৰা টপ টপকৈ বাগৰি পৰে
অনেক দিনৰ পুৰণি মুখ
উপচি পৰে শৈশৱৰ স্নেহসিক্ত
নদীৰ কূল
পাহৰি যোৱা গীতৰ পংক্তি
উভতি আহিছে নতুন স্বৰলিপিত
নিজকে সজাই
নিষিদ্ধ দুৱাৰ খুলি যায়

ৰহস্যময় অন্তেষপুৰৰ,
মেল খায় ৰূপ-কথাৰ সমুদ্ৰ
আৰু হীৰা-মুকুতাৰ চন্দুক।
টোপনি নাহে, টোপনি নাহে

নোকোৱা কথাবোৰে মুখা পিন্ধি আছে
বুকুত ভুকুৱাই অতীতৰ বিশালকায়
ৰাক্ষসে
চহৰৰ অন্ধগলিত
অদৃশ্য হাতৰ আতঙ্ক,
বুকু কঁপাই তোলে বন্ধ প্ৰাসাদৰ ৰহস্যই।

শোভাযাত্ৰা কৰি আছে অবুজ
প্ৰহেলিকাই
ভুল-ভ্ৰান্তি আৰু অনুশোচনাই
ছাটি ধৰে অচেতনতাক
শীতল হৈ যায় ৰক্ত,
শিথিল হৈ পৰে হৃদয়ৰ স্পন্দন,
টোপনি নাহে টোপনি নাহে
টোপনি নাহে।

মন্ত্ৰ আৰু সহস্ৰ নাম বৃথা
ঔষধ নিষ্ফল,
নিষ্ফল ঋক্ বেদৰ সূক্ত আৰু ভেড়াৰ গণনা
ইফালে সিফালে ছটফটাই থাকে
অতীত আৰু ভৱিষ্যতে
ৰাতিৰ আত্মাক আপ্যায়ন
আৰু অসন্তুষ্ট ভৱিষ্যতক ধিক্কাৰ
সকলোৱে আহি চামনি বান্ধে বুকুত
কিন্তু চকুত টোপনি নাই।

ৰহস্য আৰু বয়সৰ ৰাতি

বাঢ়ি আহে
নিশ্বাস অস্থিৰ ক্লান্ত তন মন
স্মৃতিৰ কোঠাবোৰ লোকাৰণ্য হৈ পৰে
আদেশ নোলোৱাকৈ সোমাই আহে
অপ্রিয় ঘটনা সমূহ,
বিচাৰি ফুৰা মুখ আৰু অনুভৱ
অদৃশ্য হৈ যায়
কাৰ অনুপস্থিতিয়ে চকুৰ স্বপ্ন
কাঢ়ি নিয়ে?
উৎকণ্ঠিত অপেক্ষাৰ ক্ষণত
টোপনি নাহে টোপনি নাহে।

# মহানদী

নীল লোহিতৰ তৃষ্ণাতুৰ
উপত্যকাৰ পৰা
স্বতঃসিদ্ধ আশীৰ্বাদ হৈ
উপাখ্যান আৰু পুৰাতত্ত্ব
তেওঁৰ সম্বল
তেওঁৰ জন্ম সাধু-কথাৰ বুকুত
সন্ন্যাসীৰ বাণীৰ পম খেদি
ঐতিহ্যৰ অন্ধকাৰৰ পৰা
তেওঁ ওলাই যায়
এক বিস্মৃতিৰ পৰা অন্য এক
    কিংবদন্তিলৈ
নিষ্পাপ স্বাভাৱিকতা আৰু
দূৰদৰ্শী অনুভৱৰ অনভিলষিত দূৰত্বত
হেৰাই যায়,
ওঙ্কাৰ আৰু উত্তৰায়ণ
পিছ পেলাই থৈ যায়
অৰণ্য, জনপদ আৰু ময়দান;
ঘণ্টাৰ ধ্বনিৰ মোহিত ক্ষণত
তেওঁ নামি যায়
প্ৰতীক্ষিত সমতলৰ পিনে
কোন শাপমুক্তিৰ অন্বেষণত
ক'লৈ যায় তেওঁ?
কোন পিনে যায় তেওঁ?
কোন সমাপ্তিৰ পিনে?
কোন আখ্যান আৰু সূক্তৰ মাজত
তেওঁ হেৰাই যায়
বিশৃঙ্খল আসক্তি বুকুত বান্ধি।

দুঃস্বপ্নক গলাই
ঋতুৰ উত্তেজনাত দোল খাই

দূৰৈৰ নিঃসঙ্গ গীতৰ সুৰত বৈ যায়
জিলীৰ মাতত ঠেকা খাই
জন অৰণ্যৰ কোলাহল পাৰ হৈ
শিলত উজুটি খায়
বালিত লুটি-বাগৰ দি
তৰাৰ পোহৰৰ সঙ্কোচিত বৃত্তেৰে
পাৰ হৈ যায় ঘাট আৰু সোপান
দুৰ্গ আৰু মন্দিৰক পিছ পেলাই থৈ
পৰ্বতক আঁকোৱালি লয়
চৰণ ভূমিৰ শীতল আগ্ৰহত
জনপদৰ কলঙ্ক ধোৱে
স্বস্তিপাঠৰ শুদ্ধ আৰু পৱিত্ৰ ভাৱনাৰে
আকৌ কোনো অনিবিষ্ট মুহূৰ্তত
তুলি লয় প্ৰলয়ৰ অস্থিৰ তৰোৱাল
চব কিছু লণ্ড-ভণ্ড কৰে
দ্ৰবীভূত আক্ৰোশত।
পূৰ্বপুৰুষৰ দয়া আৰু কৃতিত্ব
চহৰ সেউজীয়া ভূমি
জীৱন আৰু জয়গান
আকৌ একত্ৰিত কৰে নিজকে
চিনি লয় পাপ পুণ্য, প্ৰায়শ্চিত্ত
দুঃখ দৰিদ্ৰতা আৰু হৃদয়ৰ অধিকাৰ
মৃত্যুক শুভতাই দিয়ে
নিজৰ অন্ধ আশ্ৰয়
আকৌ চব এক হৈ পৰে
ধৰিত্ৰীৰ সেউজীয়া আগ্ৰহত।

বিষাদ আৰু মৃত্যুৰ মাজত
প্ৰতিশ্ৰুতি আৰু পৰিমাণৰ মাজত
সম্ভাৱনা আৰু সফলতাৰ মাজত
বৈ যায় মিলি যায় হেৰাই যায়
নিৰৱচ্ছিন্ন হৈ থাকে

স্রোত পানী বান আৰু প্ৰলয়ৰ
                    উৰ্দ্ধত।
সীমিত অনুভৱ লৈ একাকাৰ কৰে
সাৰ্বজনীন অভিজ্ঞানৰ সৈতে
নৈৰ্ব্যক্তিক অবচেতনৰ পৰা আহে
আৰু লীন হৈ যায়
জাতিৰ সাৰ্বভৌম অন্তঃকৰণত।

# হিৰোচিমা

সেয়া আছিল এক
বিস্ময়কৰ পুৰা
আগৰ দৰে আৰু একো নেথাকিল।
সেই দিন উদ্ভূত হোৱাৰ পাছত।

সীমাহীন সম্ভাৱনাৰে ভৰা আকাশত
বুদ্ধিৰ প্ৰচণ্ড বিস্ফোৰণ
কিন্তু নাই তাত সংস্কৃতিৰ ছাপ
নাই বিদ্যাৰ পোহৰ প্ৰজ্ঞাৰ উত্তাপ
নাই তাত অগ্ৰগতিৰ জ্বলন্ত প্ৰচাৰ।

নাইবা এক নাৰকীয় অদৃষ্ট
যাৰ স্থিতিয়ে পৃথিৱীক তচ-নচ
কৰি পেলাই, কলঙ্কিত কৰি যায়
ভৱিষ্যতক
মচি দিয়ে জন্ম-পত্ৰিকাৰ সকলো
শুভ চিহ্ন
মচি দিয়ে মানুহৰ ভাগ্য
শিশুৰ হাঁহি
আৰু সময়ৰ সকলো উপলব্ধি।
এক যান্ত্ৰিক ঈশ্বৰে আহি
নিৰ্মূল কৰি পেলাই
সিদ্ধি আৰু সামৰ্থ্য
ধ্বংস স্তূপৰ তলত পুতি থৈ দিয়ে
সমৃদ্ধি আৰু যোগ্যতা।

শাপগ্ৰস্ত কৰি যায়
ভৱিষ্যতৰ উত্তৰাধিকাৰীক
সৃষ্টি কৰি যায় এক আত্মাহীন
বিশ্বক,
য'ত ক্ষমতাই সৰ্বশক্তিমান
মানুহ ইয়াত প্ৰয়োগশালাৰ

পৰিসংখ্যা
আৰু ইতিহাসৰ পাদটীকা মাথোঁ।

এই এটা দিনতেই
নিশ্চিহ্ন হৈ গ'ল
কেৱল এখন জনপদেই নহয়
সময়ৰ লগে লগে জন্ম লোৱা
সম্পূৰ্ণ পৃথিৱী আৰু মানৱতা

আজিৰ সভ্যতাৰ আয়ু
মাথোঁ চল্লিশ বছৰ।

# কালাহাণ্ডি

মানচিত্ৰক দূৰতে থৈ দিয়া
তালৈ যাবলৈ হেলিকপ্টাৰৰো
কোনো প্ৰয়োজন নাই
য'ত আকাল তাতেই কালাহাণ্ডি।

ইন্দ্ৰই সেই ঠাইৰ পৰা
মুখ ফিৰাই লৈছে
গছত আৰু সেউজীয়া পাত নাই
গোটেই গাঁওখনেই শ্মশানত
পৰিণত হৈছে।
মাটি ফাটি গৈছে
নদীৰ বালিও শুকাই গৈছে
যোজনা অসফল হৈ গ'ল
দৰিদ্ৰতাক টানি লৈ গ'ল
সীমাৰেখাই।
য'তেই চোৱা তাতেই কালাহাণ্ডি,
বুকুৰ কামি-হাড়ত,
চকুৰ কোটৰত
দেহ ঢাকিবলৈ অসমৰ্থ
ফটা কাপোৰত
বন্ধকত দিয়া কাচৰ বাচনত
উকখা পঁজাৰ চালত
সম্পত্তি ৰূপে থকা দুটা
মাটিৰ হাড়ীত
কালাহাণ্ডি সকলোতে আছে।
ভাত বিলোৱা শিবিৰত
কঙ্কালৰ ভিৰত
শিশু নীলাম হোৱা হাট-বজাৰত
বেশ্যালয়ত বিক্ৰী হোৱা কিশোৰীৰ
নিশ্বাসত
গাঁৱৰ মাটি এৰি যোৱা মানুহৰ
গভীৰ নীৰৱতাত।

আহাঁ ওচৰলৈ আহি চোৱাঁ কালাহাণ্ডিক
প্ৰেছৰ মিছা বক্তব্য আৰু ফোপোলা ঘোষণাত
সভাৰ বক্তৃতা আৰু ঘড়িয়ালৰ চকুলোত
কমপিউটাৰেৰ ছপা কৰা সস্তা সহানুভূতিত
আৰু যোজনাৰ অৰ্থহীন অন্ধ প্ৰতিশ্ৰুতিত।

এক বিংশ শতিকাৰ
উৎসৱ মুখৰ সিংহদুৱাৰলৈ
আমি কেনেকৈ আগ বাঢ়িম
কালাহাণ্ডিক পিছ পেলাই থৈ।

# গোপবন্ধু

চাৰি আলিত থিয় হৈ
এনেদৰে শূন্যৰ পিনে চাই
আৰু কিমান দিন অপেক্ষা কৰিবা
গোপবন্ধু ?

ৰ'দ বৰষুণ শীত
বানপানী প্ৰলয় দুৰ্ভিক্ষ আৰু দুৰ্দিনত
আৰু কিমান দিন তুমি
লোহাৰ পিঞ্জৰাত বন্দী হৈ থাকিবা
জয়ন্তী শ্ৰাদ্ধবাৰ্ষিকী
দেহত জমা হোৱা ধূলি
মৰহি যোৱা ফুলৰ মালা ?
এইবোৰ আৰু কিমান দিন গোপবন্ধু ?

তোমাৰ নতুন কাৰাবাসৰ পৰা
গোপবন্ধু স্বদেশৰ কথা আকৌ চিন্তা কৰা
স্বৰাজ্যৰ বাটত যিমানবোৰ
নতুন গাঁতৰ সৃষ্টি হ'ল
সেইবোৰ কোনে পুতিব গোপবন্ধু
নিজৰ হাড় মাংস দি ?
আজিৰ এই সত্য আৰু ভয়াবহ অন্যায়
আৰু অত্যাচাৰৰ বিৰুদ্ধে
চকুৰে লোতক বোৱাই
হাতৰ মুঠি দাঙি
কোনে কৰিব প্ৰতিবাদ ?

এইদৰে থিয় হৈ
ক্লান্ত হৈ পৰিবা গোপবন্ধু
তোমাৰ বাবে কোনেও ইয়াত
চকী নানে বন্ধু
সকলো ব্যস্ত ইয়াত
নিজৰ নিজৰ আসনৰ বাবে

চোৰাঁ তোমাক নোচোৱাকৈ
ৰাস্তাৰে মানুহে অহা যোৱা
কৰি আছে জেপৰ পইচা গণি;
পৰ্বত পাহাৰলৈও কাৰো চকু নাই
সকলোৰে চকু মাথোঁ নিজৰ
ওপৰতেই আবদ্ধ।

সকলো ধ্বংস হৈ গৈছে
গোপবন্ধু
তোমাৰ, তমাল বকুল আৰু ছুৰীঅনা
গছেৰে ভৰা আশ্ৰম;
তোমাৰ সংযম, নিষ্ঠা, শিক্ষা-দীক্ষা
নীতি-নিয়ম
দেশ ভাঁহি গৈছে প্ৰলয়ৰ পিনে,
সত্য বন্দী হৈ আছে
খবৰ কাগজৰ হালধীয়া পৃষ্ঠাত
হেৰাই গৈছে আদৰ্শ
স্তূপীকৃত অপসংস্কৃতিৰ তলত
ৰাষ্ট্ৰীয়তাক দফনা দিয়া হৈছে
জাতি বৰ্ণ, সম্প্ৰদায়ৰ সংকীৰ্ণ
সীমাৰ মাজত
এইদৰে অকলে থিয় হৈ
কি কৰিবা আৰু গোপবন্ধু?
এইবাৰ বেদীৰ পৰা নামি আহাঁ বন্ধু!
এই দেশৰ মাটিৰ সৈতে,
মিলি যাওক তোমাৰ দেহ
তোমাৰ শুকাই যোৱা অস্থিৰ সাঁকোৰে
পাৰ হৈ যাওক দেশবাসী
তোমাৰ আদৰ্শৰ স্বৰাজৰ
পিনে আগুৱাই।

# চৰাই

জাবৰৰ দ'মত থিয় হৈ
সূৰ্যক আকাশৰ গুহাৰ পৰা
তুলি অনাৰ অভিনয় কৰি
গৌৰৱেৰে পুৱা হোৱা বুলি
ঘোষণা কৰে কপট অহঙ্কাৰ
আৰু শ্ৰুতিকটু কণ্ঠেৰে
তাৰ পাছত ওৰে দিন
ছায়াৰ পিছে পিছে উৰি ফুৰে
মূৰত ৰঙা মুকুট, গৌৰৱ আৰু
অহঙ্কাৰেৰে মুখ দাঙি
ইফালে সিফালে ঘূৰা ফিৰা কৰে
    কোনেও কিন্তু মূৰ তুলি নেচায়।
কোনেও নেচাই
কোনেও নুশুনে
সূৰ্যই সমাপ্ত কৰে নিজৰ প্ৰদক্ষিণ
এইবাৰ সি জাবৰৰ দ'মত
        শুই পৰে
        সন্তুষ্ট আৰু তৃপ্ত
পাখিৰ তলত অহঙ্কাৰক
            লুকুৱাই থৈ দিয়ে
    সূৰ্যোদয় হোৱালৈ বাট চাই।

## দুই

সকলোকে নীতি বচন শুনাই
জ্ঞানৰ ভাণ্ডাৰ খুলি দিয়ে
কিন্তু স্বয়ং নিজে
পোহৰত খুন্দা খাই
পলাই যায় অন্ধকাৰৰ
অশুভ দিশলৈ
ওখ গছৰ পাতৰ আঁৰত
ওৰে দিন চুপচাপ বহি থাকে
চকু মুদি যেন শিক্ষা দিয়ে

দৰ্শনৰ
নিজৰ অন্ধতাক লুকুৱাবলৈ,

খোৰোঙৰ ভিতৰত নিস্তব্ধতা
ওচৰে-পাঁজৰে কোনো নাই
তথাপি ধ্যান মগ্ন
বিজ্ঞৰ দৰে সকলোলৈ
ট ট কৈ চাই থাকে
সকলোকে যেন আশ্বাসন দিয়ে
বৃদ্ধৰ দৰে মূৰ দুপিয়াই,

গছৰ পৰা অন্তিম প্ৰকাশ
নুমাই যায়
খোৰোঙৰ পৰা ওলাই আহি
নখেৰে খামুচি লয় সকলো
অন্ধ বিশ্বাস
আৰু এটা ডালৰ পৰা আন এটা ডাললৈ
উৰি গৈ অন্ধকাৰৰ লগত
ছটিয়াই দিয়ে পৃথিৱীলৈ

# হাতৰ ওচৰত

দুৱাৰ খুলিলেই পৃথিৱী
সাগৰ পৰ্বত অৰণ্য সৰোবৰ
চকু মেলিলেই আকাশ
চন্দ্ৰ সূৰ্য গ্ৰহ নক্ষত্ৰ
খোজ পেলালেই স্বৰ্গ
অমৃত অপ্সৰা আৰু নন্দন কানন।

হাত বঢ়ালেই সৌহাৰ্দ্য
এটি কটাক্ষতে পূৰ্বৰাগ,
এখন চিঠিতেই প্ৰেম,
স্পৰ্শ মাত্ৰে আত্মসমৰ্পণ
চকু মুদিলেই স্বপ্ন,
এটি মন্ত্ৰৰেই মোক্ষ
এটি উশাহতে নিৰ্বাণ।

হাতৰ ৰেখাতেই
অপৰিহাৰ্য ভৱিষ্যত
বুঢ়া আঙুলিতেই নিৰ্ধাৰিত হয়
ৰঙ্গমঞ্চৰ জীৱন মৃত্যু
হাত দেখালেই
ৰাস্তা বন্ধ,
এক পলকতেই
ইন্দ্ৰজাল ছিন্ন,
পাশাৰ ঢাল সৰি পৰিলেই
মহাভাৰত
বুটাম টিপিলেই বিশ্বযুদ্ধ।
কাগজত এটি চিহ্ন দিলেই
গণতন্ত্ৰৰ পৰা হয় একনায়কত্ব
হাতৰ প্ৰতীকে নিৰ্ণয় কৰে দেশৰ
ভৱিষ্যত।
এটা স্বাক্ষৰতেই আত্মসমৰ্পণ,
মাত্ৰ এটি অণুৰ বলতেই নিশ্চিহ্ন হয়

সমগ্ৰ চহৰ।
হাতৰ মুঠিতেই ভাগ্য আৰু ভৱিষ্যত
দৃষ্টিৰ সীমান্তত আকাশ
মাতৃৰ হাতত শিশুৰ হাত
বন্দুকৰ নলীত হত্যাকাৰীৰ তৰ্জনী
স্বৰ্গত সৌৰা তটস্থ চন্দ্ৰমা,
এটি আহ্বানতেই যেন
স্বৰ্গৰ পৰা নামি আহিব
শিশুৰ কোমল হাতলৈ
নাইবা উফৰি পৰিব
টুকুৰা টুকুৰি হৈ
কোনো আতঙ্কবাদীৰ
মেশ্বিনগানৰ গুলীত।

# বালিয়াপাল

এয়া কাৰ জীৱন?
এয়া কাৰ মৃত্যু
এইদৰেই ভাগ্যৰ খেল হয়
বালিয়াপালত— বালিয়াপালত!

বালিয়াপাল সেই ধাম
য'ত তীৰ্থ যাত্ৰীৰ খদমদম,
কুৰুক্ষেত্ৰ নহয় কিন্তু
ধৰ্মৰহে ধাম,

ইয়াত সোমোৱাৰ আগেয়ে
ভৰিৰ জোতা খুলি লোৱাঁ
মাৰণাস্ত্ৰবোৰ দূৰৈত থৈ দিয়াঁ
হাত যোৰ কৰি আহাঁ
মূৰ দোঁৱাই আহাঁ
আহাঁ এই পৱিত্ৰ ধামলৈ
বালিয়াপাল সত্যৰ পৰীক্ষাগাৰ
জনমতৰ আড্ডা ন্যায়ৰ কষটি
অহিংসাৰ প্ৰয়োগশাল
বালিয়াপাল হ'ল অন্তিম যুদ্ধ
জনশক্তি আৰু ক্ষমতাৰ
বৈধতা আৰু স্বেচ্ছাচাৰিতাৰ
পাশৱিকতা আৰু মানৱীয়তাৰ

বালিয়াপালে নেজানে
আমেৰিকা আৰু ৰুছিয়া ক'ত?
হিৰোচিমা নাইবা পোখবানেই
বা ক'ত?
বালিয়াপালে জানে ভোক কি?
আৰু জানে এমুঠি শস্যৰ হিচাপ,

ইয়াত কৃষকে চিনি পায়
ডাৱৰ, বৰষুণ, মাটিৰ গোন্ধ

গছ লতা অনাবৃষ্টি আৰু
এদল সাহসী মানুহক;
বালিয়াপাল ভৱিষ্যত কাল
কৃষক ইয়াৰ সাৰ্বভৌম অধিকাৰী।
ইয়াত অস্ত্ৰ নাই শস্ত্ৰ নাই
সৈন্য নাই, শীত যুদ্ধ নাই
ইয়াত আছে মাটি পানী
গছ লতা, সেউজীয়া পৃথিৱী
আৰু মানুহৰ অদম্য সত্তা।
ইয়াত ধানৰ কঠীয়া উঘালি
তুমি বন্দুক ৰুব পাৰিবা
সাৰৰ সলনি বাৰুদ
ছটিয়াব পাৰিবা
পানীৰ সলনি তেজ সিঁচিব পাৰিবা,
কিন্তু বালিয়াপালৰ মাটিত
ক্ষেপণাস্ত্ৰ নহয়
ওপজিব ধান।

ওড়িশাৰ সীমা পাৰ হৈ সৰ্বভাৰতীয় খ্যাতি লাভ কৰা ওড়িআ কবি শ্ৰীজগন্নাথপ্ৰসাদ দাসৰ সাহিত্য অকাদেমি পুৰস্কাৰপ্ৰাপ্ত 'আহ্নিক' কবিতা সংকলনটি সাম্প্ৰতিক কালৰ ওড়িআ কাব্যসাহিত্যৰ এখন উৎকৃষ্ট পুথি। পুথিখনত থকা ত্ৰিশটা কবিতাত ওড়িশাৰ জীৱন আৰু মাটিৰ কেঁচা গোন্ধ বিয়পি আছে। কালাহাণ্ডিৰ মানুহৰ দুৰ্ভিক্ষৰ সৈতে অহৰহ জীৱন যুদ্ধ, বালিদ্বীপৰ সৈতে ওড়িশাৰ বেহা-বেপাৰৰ সম্বন্ধক লৈ হোৱা বালিযাত্ৰা উৎসৱ, কাঠজোড়ি নদী, দেশসেৱক গোপবন্ধুৰ স্মৃতি আদি বিভিন্ন বিষয়ক লৈ লিখা হৃদয়স্পৰ্শী কবিতাবোৰত ওড়িশাৰ জীৱন আৰু মাটিৰ এক সামগ্ৰিক চিত্ৰকল্প চকুত ভাহি উঠে। বিশেষকৈ, বালিয়াপালৰ শস্য-শ্যামলা মাটিত যুদ্ধ আৰু ধ্বংসৰ মাৰাত্মক প্ৰস্তুতিৰ ঠাইত কবিয়ে শান্তি আৰু সমৃদ্ধিৰ — সৃষ্টিৰ আশা কৰিছে—য'ত ক্ষেপণাস্ত্ৰৰ ঠাইত ধান ওপজিব। কবিৰ এই মহতী ইচ্ছাই এই গোটেই কবিতাবোৰত নিহিত হৈ আছে।

শ্ৰীদাসে ন'খন কবিতা পুথি লিখিছে। তেওঁৰ কবিতা ইংৰাজী আৰু হিন্দীত অনুবাদ হৈছে। কেইবাখনো ইংৰাজী গ্ৰন্থ আৰু চুটি গল্পও লিখিছে। ১৯৩৬ চনত জন্ম গ্ৰহণ কৰা শ্ৰীদাসে ওড়িশাৰ কলা আৰু ইতিহাসৰ ওপৰত গৱেষণা কৰি পি.এইচ.ডি. ডিগ্ৰী লাভ কৰিছিল। ১৯৮৪ চনলৈকে ভাৰতীয় প্ৰশাসনিক সেৱাত থকাৰ পাছত এহা শুধীয়াকৈ সাহিত্যসেৱাত নিজকে উৎসৰ্গ কৰাৰ কাৰণে স্বেচ্ছাৰে অৱসৰ লয়।

প্ৰখ্যাত ঔপন্যাসিক ড. ইন্দিৰা গোস্বামীয়ে এই কবিতা পুথিখন অসমীয়ালৈ অনুবাদ কৰোঁতে যথেষ্ট যত্ন লৈছে। কবিতাখনৰ সাৰ্থক অনুবাদ কৰি অনুবাদিকাই সংবেদনশীল এই কবি গৰাকীক অসমীয়া পাঠকে হৃদয়েৰে গ্ৰহণ কৰিব পাৰিব বুলি আশা কৰিছে।

ISBN : 81-260-1229-3

মূল্য : ৬০ টকা